# বা-মাবলী



শ্রীরাধিকামোহন গোস্বামী বি, এল।

প্ৰণেতা আৰু প্ৰকাশক -

শ্ৰীবাৰিকামোহন গোস্বামী বি, এল ।

নগাঁও ( অসম )

মুদ্ৰাকৰ:—

শ্ৰীকালীমোহন বকৰা

সূৰ্য্যপ্ৰেছ, নগাঁও ।

বান্ধোতা—

ছিৰাজ বুকবাইণ্ডিং

কছাৰিৰোড, নগাঁও ।

মূল্য— ২৲ টকা

# স্মৃতি তর্পণ

অগ্রজ—

—৺চন্দ্রমোহন গোস্বামী—

হে অকৃত্রিম বন্ধু,

হে হিতাকাঙ্ক্ষী—,

—তোমার [illegible] কারণেই

শ্রদ্ধার এই

স্মৃতি-তর্পণ ॥

—বাণিকা—

# —নিবেদন—

"চাকনৈয়া" প্ৰকাশ কৰাৰ ছবছৰৰ পিছত অসমীয়া পঢ়ুৱৈ সমাজলৈ "বা-মাৰলী" আগবঢ়াব পাৰিম বুলি মই নিজেই বিশ্বাস কৰিব পৰা নাছিলো। কিন্তু মোৰ বাল্যবন্ধু শ্ৰীযুত কালীমোহন বৰুৱা ডাঙৰীয়াই তেখেতৰ সহায় আৰু সহযোগীতা আগবঢ়াই এসময়ত ভাবিব নোৱাৰা এই কাম মোৰ পক্ষে সম্ভৱপৰ কৰি তুলিলে। তেখেতৰ পৰা এই সহযোগ নহা হলে অকলে "বা-মাৰলী" প্ৰকাশ কৰা মোৰ পক্ষে কেতিয়াও সম্ভৱপৰ নহল-হেতেন। শ্ৰীযুত বৰুৱা ডাঙৰীয়াৰ এই মহানুভৱতা আৰু অমায়িকতাৰ বাবে তেখেতৰ ওচৰত ঋণী নহৈ নোৱাৰিলো।

—লিখকৰ কাম নিজৰ ভাবধাৰাক ভাষাৰ আলম লৈ ৰূপ দি সজীৱ কৰা। "বা-মাৰলী"ৰ যোগে লিখকৰ এই প্ৰচেষ্টা ফলৱতী হৈছে নে নাই, সেই বিচাৰৰ দায়িত্ব নিৰপেক্ষ সমালোচকৰ সহৃদয় পাঠক-পাঠিকাৰ, গ্ৰন্থকাৰৰ নহয়।— লিখকৰ ৰচাটুটা দোষ মানুহৰেই ত্ৰুটী আৰু সেই কাৰণেই সি সদায় মাৰ্জ্জনীয়।—

নানা ধৰণৰ অসুবিধাৰ কাৰণে "বা-মাৰলী" স্থানীয় প্ৰেছতেই ছপাব লগা হল। ইয়াত ছপা, বন্ধা আদি কামত নানা দোষ ঘটিছে। সহৃদয় পাঠক-পাঠিকাই অসমীয়া লিখকৰ নানা অসুবিধাবোৰৰ কথা চিন্তা কৰি এই দোষ যেন মাৰ্জ্জনা কৰে।

হাতে লিখা অৱস্থাতে কিতাপখন চকু ফুৰাই চাই দি আৱশ্যকীয় দুই এটা পৰামৰ্শৰে সহায় কৰা বাবে শ্ৰীযুত ভুবনেশ্বৰ গোস্বামী, এম, এ; বি, এল; ছবখন দেৱৰ আৰু এসময়ৰ কৃতীছাত্ৰ শ্ৰীমান ৰূপৰাম শুত বি, এ, বাপাৰ শলাগ নলৈ নোৱাৰিলো। প্ৰছৰ বেটুপাতত দিয়া ছবিখন গুৱাহাটী "ভনবস্কু" হাইস্কুলৰ দশম মান শ্ৰেণীৰ ছাত্ৰ নগাঁৱৰ শ্ৰীমান তপনকুমাৰ ভূঞা (বীক) বাপাই আঁকি দিছে। এই তৰুণ শিল্পীলৈ আন্তৰিক শলাগ জনালো।

পৰিশেষত অসমীয়া পাঠক-পাঠিকা সকলৰ ওচৰত নিবেদন তেখেত সকলে যেন কিতাপখন সমাদৰ কৰি লিখকৰ সকলো শ্ৰম সাৰ্থক কৰে। ইতি—

নগাঁও (অসম) }
তাং - ২৯।৬।৫৮ }

বিনীত—
শ্ৰীৰাধিকামোহন গোস্বামী।

ওঁ

# —বা-মাৰলী—



বৰুৱাসকলৰ বংশ প্ৰাচীন, ইতিহাস প্ৰসিদ্ধ। — পিতৃ-পিতামহৰ দিনৰ সুবৃহৎ চৌলচৌৰ চাৰিওকাৰে থকা ইটাৰ বেৰাবোৰ এফেৰাফেৰেই জহি-খহি পৰৈ, প্ৰাচীনত্বৰ পৰিচয় দি আজিও থিয় হৈ আছে। ......মাজে মাজে ইটাৰ ওপৰত ইফালে সিফালে দুই এটা সৰু সৰু গছৰ পুলি, গা কৰিব পৰা নাই। লগতে ঢেঁকীয়া, দুবৰি, খেৰ, বন। ...... ঘৰ-দুৱাৰ পুৰণি ধৰণৰ। ...... আচাৰ-ব্যৱহাৰ ভদ্ৰ, ৰীতি-নীতি প্ৰাচীন।

গোঁসাই-ঘৰটো পকী দালান। এসময়ত যে চকুত লগা আছিল সহজেই অনুমান হয়। — বয়স হোৱাৰ কাৰণেই ঠায়ে ঠায়ে ফেৰত কাট মেলিছে। বেৰৰ ওপৰৰ লেপ লাহে লাহে খহি যাবলৈ আৰম্ভ কৰিছে। — কিন্তু অসুবিধাত ভাল কৰাব পৰা নাই। ...... সমুখৰ খট্‌খটিটোৰ কিছুমান ইটা এৰাই পৈ পেলাই থাকিছিল। বৰবুণৰ ওচৰত সাৱধানে পদলে পিছল

খোৱাৰ ভয়। —ভিতৰত কেবাজনো বিগ্ৰহ। সেৱা-যত্নৰ অভাৱত যেন মলিন, বিৰূপ। ...... ঘৰত পূজাৰী বামুণ। পূজা-পাৰ্ব্বনৰ, যাগ-যজ্ঞৰ ক্ষতি নাই।

আলহী-অতিথি, দান-দক্ষিণা, বন্দুক-বাৰুদ ঘৰখনৰ যেন অপৰিহাৰ্য্য অঙ্গ। পাকঘৰত ৰান্ধনি বামুণ। চকুৰ তলৰ জুই নুমাবৰ যেন উপায় নাই।......

আহোম স্বৰ্গদেউ সকলৰ দিনৰ খাত-পামবোৰৰ সকলো খিনি নাই। দেনাত কেইখন মান বিক্ৰী হৈ গল। যি কেইখন এতিয়াও আছেগৈ, সেই কেইখন চলোৱাও টান হৈ আহিছিল।·· ইংৰাজৰ আমোলত খাত-পাম দিয়াৰ নিয়ম নাছিল। খাত-পামৰ পৰিবৰ্ত্তে ইংৰাজে দিলে এটা মৌজা। তাৰো খাজানা সময়মতে নুঠে। চৰকাৰৰ পাওনাৰ কিস্তি আদায় কৰোতে পলম হয়। —এটা সন্মান, সেই বিবেচনাতেই মৌজাখন এৰি দিয়া নাই।·· · · ··

নিজৰ জীৱন কালতেই সাংসাৰিক বহু-পৰিবৰ্ত্তন নিজ চকুৰে দেখিলেও শেষলৈকে গোপীনাথ বৰুৱা হতাশ হোৱা নাছিল। পূৰ্ব্বৰ প্ৰতিপত্তি, যশ-মান, বিষয়-বৈভৱ বহুপৰিমাণে হ্ৰাস হলেও, একেবাৰেই লোপ হবলৈ বৰুৱাই নিদিলে। নানা দুখ-কষ্টৰ মাজেদি, অসীম ধৈৰ্য্যেৰে, পুৰণি মৰ্য্যদা, ৰীতি-নীতি ৰক্ষা কৰিবলৈ সদায় চেষ্টা কৰি আহিছিল। কিন্তু গৃহিণী ৰত্নেশ্বৰীৰ আকস্মিক মৃত্যুৰ লগে লগেই মনৰ বল ভাঙি গল। অন্তৰৰ উৎসাহ, উদ্দীপনা নাইকিয়া হল।......

আপোন তিৰোতা মানুহ ঘৰত নাই। মাক মৰাৰ পিছতেই কিৰণকো বিয়া দি উলিয়াই দিলে। —জীয়াৰীৰ কাৰণে থকা

চিন্তা আঁতৰ হল। ...... অন্ধকাৰৰ মাজতেই অৰুণমান পোহৰ। ভোঁৰাই ৰাজেন্দ্ৰ নাথ উচ্চ শিক্ষিত, ডাঙৰ চাকৰীয়াল। — জীয়াৰীৰ সুখত বৰুৱাই নিজেও তৃপ্তি বোধ কৰিলে।

উপেন গোপীনাথ বৰুৱাৰ ডাঙৰ লৰা, নগেন সৰু। .. ... এদিন দূৰ সম্পৰ্কীয় ভাগিন ৰামেশ্বৰ আহিছিল। ...বয়সত উপেনতকৈ ৰামেশ্বৰ অলপ সৰু। কিন্তু ৰামেশ্বৰৰ সাংসাৰিক অভিজ্ঞতা উপেনতকৈ বেছি বুলিয়েই বৰুৱাৰ ধাৰণা আছিল। ৰামেশ্বৰৰ লগত বৰুৱাই সুখ-দুখৰ নানা কথা পাতিলে।

"উপেনলৈ ছোৱালী এজনী চাবি। —লৰাৰ বিয়া নাপাতিলে ঘৰ নহয়। কোনোবা ভাল ছোৱালী চকুত পৰিলে মোক জনাবি।"

বিয়া কৰাবলৈ উপেনৰ আপত্তি নাছিল। — লিখা-পঢ়া অৰণ্যে বেছি নহল। কলেজলৈ কেইমাহমান অহা যোৱা কৰিয়েই পঢ়া-শুনা বন্ধ কৰি দিলে। স্বাস্থ্য বেয়া, পৰিশ্ৰম কৰিব নোৱাৰে। দেউতাকে'ও আপত্তি নকৰিলে।.........

বৰুৱাসকলৰ কথা নজনা মানুহ নাই।..... ...ছোৱালী যচা মানুহৰ অভাব নহল।......পণ্ডিত মতাই আনি ৰাশি-যোৰা চোৱালে। কাৰোবাৰ লগত যোৰা নিমিলিল, কাৰোবাৰ গণ বেয়া, কাৰোবাৰ ৰাশি বলবান। পছন্দৰ ছোৱালী চকুত নপৰিল।.. ......

"এইদৰে বাচিবলৈ গলে দেখোন কোনো ছোৱালীয়েই নহব। ইয়াৰ ভিতৰতে এজনী চাওক।........."

অতিষ্ঠ হৈয়ে যেন এদিন বৰুৱাই পণ্ডিতক নিৰ্দেশ দিলে।—
কেইদিন মানৰ পিছত পণ্ডিতে মত দিলে—

"জয়ন্তীৰ লগতেই ভাল যোৰা আহিছে। বিয়া পাতিব

পাৰে।”—

মিত্তিৰ-কুটুমৰ দুই একে আপোৱাহ ধৰিলে। — অইন ঠাইত ছোৱালী চাবলৈ পৰামৰ্শ দিলে। .... মিত্তিৰ-কুটুমৰ আপত্তিৰ প্ৰধান কাৰণ আছিল পৃথিৱীত জয়ন্তীৰ আপোন বুলিবলৈ কোনোৱেই নাই। সৰু কালৰে পৰা জয়ন্তী পৰৰ লগতেই ডাঙৰ হৈছিল। আপদে-বিপদে চকু দিবলৈ নিজৰ কোনো নাই।— কিন্তু বৰুৱাই কাৰো উপদেশ গ্ৰহণ নকৰিলে।—

“তোমালোকে ভুল নকৰিবা। জয়ন্তী হল কীৰ্ত্তি ফুকনৰ ঘৰৰ। মন্নো বংশ-মৰ্য্যাদাৰ কথাকেই বেছিকৈ ভাবিছোঁ। তাতে মোক ঘৰ ধৰিব পৰা ছোৱালী লাগে।··· লৰাৰ বুদ্ধিৰ কথা নেখোন জানাই।— লৰাৰ বুদ্ধি ওদা। শিকা-পঢ়া জনা বুদ্ধিমতী বোৱাৰী নহলে ঘৰ নৰয়।...”

মিত্তিৰ-কুটুম মনে মনে বল।..

* * * *

হাতত ধন নাছিল। বিয়া পাতোঁতে ধাৰ লাগিল।........ বৰুৱা সকলৰ বিয়া-বাৰুৰ কথা জগত বিখ্যাত। ধাৰ নকৰিলে বংশ মৰ্য্যাদা নৰয়।.......

বৰুৱাৰ বয়স হৈছিল। সঘনে শৰীৰ অসুস্থ হৈ থাকে। বিছনাত পৰিবলৈ বাধ্য হল।......

ন কন্যাৰ বেশেৰে জয়ন্তী ওচৰত থিয় হলহি। লগত কিৰণ।—

“দেউতা, বোৱাৰী আহিছে।”

বৰুৱা উঠি বহিল। বৰপোৰ বৰ-বোৱাৰী।— ঘৰখনৰ ভবিষ্যত গৃহকর্ত্রী। অন্তৰত এটা তৃপ্তিৰ ভাব বৰুৱাই অনুভৱ কৰিলে।—

ভাৰত খৰি বোৱাৰীয়ে সেৱা কৰাৰ লগে লগেই সোঁ হাত খনেৰে বোৱাৰীৰ ওৰণিৰে ঢাক খাই থকা মূৰটো চুই এটা অস্পষ্ট মাতেৰে কিবাকিবি কবলৈ ধৰিলে। কিন্তু কি কলে কোনেও নুবুজিলে। আন্তৰিকতা ভৰা আশীষ বাণীৰ বাহিৰে যে আন একোৱেই নহয়, সকলোৱে অনুমান কৰিলে।— বৰুৱাই হাত আঁতৰাই আনিলে।—

"উপেনৰ মাকৰ লগে লগেই ঘৰৰ লক্ষ্মী গল। আমাৰ ঘৰৰ আচাৰ-নিষ্ঠাৰ কথা, নীতি-নিয়মৰ প্ৰশংসা মানুহৰ মুখে মুখে। পিছে দিনকাল বেয়া হল। আগৰ দিন আৰু নাই। পা-পইচাবো আজি-কালি অভাৱ। দুখে কষ্টে যেনে তেনে তই ঘৰখন ৰখাব পাৰিবি বুলিয়েই মোৰ আশা। তইঁতৰ হাতত ঘৰখন এৰি দিব পাৰিলেই মযো নিশ্চিন্ত হৈ মৰিব পাৰো।......"

জয়ন্তীয়ে একো নুবুজিলে।— ন কন্যাৰ খোজেৰেই কিৰণৰ লগে লগেই আকৌ ওলাই গল। ......

বৰুৱা আকৌ বিছনাত পৰিল। মুহূৰ্ত্ততে অতীতৰ নানা কথা মনত পৰি বৰুৱা বিহ্বল হৈ উঠিল। লগে লগেই ভবিষ্যতৰ এখন ছবি ছয়ামযাকৈ মনৰ মাজত সজাগ হলহি। অস্পষ্ট, অসম্পূৰ্ণ। কিন্তু লগে লগেই সেই ছবিও আঁতৰি গল।...... দেহ দুৰ্ব্বল, মন ক্লান্ত, চিন্তা শক্তি অচল।

মেল খাই থকা খিড়িকী খনেদি বাহিৰলৈ চালে। অস্তমিত সূৰ্য্যৰ শেষ আভা চকুত পৰিলহি। পশ্চিম আকাশ উজ্জ্বল কৰি হেঙুলীয়া ডিৰবিৰণি। ...... একেথৰে চাই ৰল। সন্ধ্যাৰ আগ জাননী। ...... মনত খেলাই গল—এই হেঙুলীয়া জিৰ-বিৰণিৰ জ্যোতিৰ্ম্ময় দীপ্তিও লাহে লাহে কমি আহি নাইকিয়া হৈ

যাব। ...... দিনৰ অন্তত ৰাতি, পোহৰৰ শেষত এন্ধাৰ। ..... সৃষ্টিৰ এটা ৰীতি। মনটো গধুৰ হৈ পৰিল। বাহিৰলৈ চাই থাকিবলৈ ভাল নালাগিল। বাগৰ এটা মাৰি আকৌ চকুদুটা মুদি আগৰ দৰেই পৰি ৰল। —



—কেইমাহ মানৰ পিছত।

ঘৰত ৰান্ধনি বামুণ নাছিল। দুদিনৰ পিছত ঘুৰি আহিব বুলি গৃহস্থক আশ্বাস দিও বামুণ উভতি নাহিল। ৰন্ধা-বঢ়াৰ কাম জয়ন্তীয়ে অকলেই কৰিছে।...... বকুৱাই জয়ন্তীক ওচৰলৈ মতাই নিয়ালে।

"তই ভাত ৰান্ধিব লগা হোৱাত মই বেয়া পাইছো। আজি-কালিৰ ছোৱালীয়ে আগৰ মানুহৰ দৰে পৰিশ্ৰম কৰিব নোৱাৰে। নতুন মানুহ এটা নহালৈকে যি পাৰ কৰ। ঘৰখন ভোৰ, কাম বনবোৰো ভোৰেই। আগৰ দিনকাল বেলেগ আছিল।— আজি কালি আগৰদৰে ধনপইচাও নাই, মানুহো নাই।"

শহুৰৰ সহানুভূতিসূচক অনুৰোধ। জয়ন্তী উভতি আহিল।—

"বউ, নটা বাজি গল, ভাত দেখোন হোৱাই নাই!"

নগেন গা ধুবলৈ আহিছিল।

"মই অকলে কি কৰিম? ভাত নহলে লখোণে থাকিবা।"

"লখোণে থাকিম কিয়? লেজাৰত আহি খামহি। মোৰ ভাত থৈ দিব।"

লৰা মানুহ, সহজ সৰল ভাবেই বউৱেকৰ কথা কেইটাৰ উত্তৰ দিলে।—… …

উপেন মৌজাৰ পৰা আহিছিল। বাহিৰে বাহিৰে দেউতাকৰ ওচৰত উপস্থিত হলহি।—

"বাকী থকা কিস্তিটো আজি আদায় কৰিব পাৰিবি নে?"

শুই থকা অৱস্থাৰে পৰা দেউতাকে মাত লগালে।

"নোৱাৰিম। তিনদিন নিজে গোটেইখন ঘুৰি পকিও টকা তুলিব নোৱাৰিলো। তুই এটাই টাঙোনহে জোকাৰিব খোজে।"

"পিছে উপায়?"

মাতত হতাশৰ ভাব ফুটি উঠিল।—

"মই কি কৰিম। কাৰোবাৰ পৰা ধাৰ কৰিব লাগিব।"

"ধাৰ কৰিবি? কাৰ পৰা?"

ধাৰৰ নামত বকৰাৰ যেন বুকু কঁপি উঠিল।

"এতিয়াও ভৰা নাই।"

"ধাৰ টেট্‌ৰ গুৰি পালেহি। — টকা তুলিবলৈকে চেষ্টা কৰ, ধাৰ নলগাবি। পিছত মাৰিব নোৱাৰিবি।"

—দেউতাকৰ কথাৰ কোনো প্ৰত্যুত্তৰ নিদি উপেন খোটালীটোৰ পৰা বাহিৰ হৈ আহিল।

* * * *

উপেনৰ ভাগৰ, পেটত ভোক, কাহাবিত কাম। নিজৰ শোৱনি খোটালীটোলৈ সোমাই আহিল। আমানী-চকী এখনত বহি ভিতৰত জয়ন্তী। হাতত এখন বিচনী।—

"কি কৰিছা?"

জয়ন্তীৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ মাত লগালে। মুখত হাঁহিৰ

এটা ৰেখা ।—

জয়ন্তী যেন উচপ খাই উঠিল। কিন্তু বহাৰ পৰা নুঠিল। দুয়োটা হাতেৰে বিচনীখন ধৰি উপেনৰ মুখলৈ চালে। এখন শুকান, ক্ষীণ মুখ চকুত পৰিল।—গাল দুখন ভাঙি বহি গৈছে।—শৰীৰটোৰ আগতনতকৈ মূৰটো ডাঙৰ। আগকালে চুলি নাছিল। চুলিৰ অভাৱত তালুখন তেনেই ওলাই পৰিছিল। দুয়োখন ওঠ তামোলৰ পিকেৰে ৰাঙলী। ..

জয়ন্তী হতাশ হৈ উঠিল। সন্মুখত অকাল-বাৰ্দ্ধক্যৰ জীৱন্ত এটা প্ৰতিমূৰ্ত্তি। মুহূৰ্ত্তে যেন জয়ন্তীৰ আত্ম-বিস্মৃতি ঘটিল, নিজকে যেন আৰু সংযত কৰি ৰাখিব নোৱাৰিলে।—

"বামুণ আনিছে ?"

কণ্ঠস্বৰত, তীব্ৰতা।— প্ৰশ্নটোত আচৰিত নহল, কিন্তু উপেনৰ ভয় লাগিল।— মুখৰ চেহেৰা দেখি জয়ন্তীৰ যে খং উঠিছিল বুজিলে।

"মানুহেই পাবলৈ নাই। আগৰ দৰে আজি কালি সহজে ভাত-ৰান্ধনি নাপায়।— তাতে আজি তিনদিন খাজানাৰ টকা বিচাৰি হাবাথুৰি খাই ফুৰিছো। মাটি-বাৰী বেচিব লগা অৱস্থা হৈছেহি।"

আচলতে উপেনে জয়ন্তীৰ পৰা সহানুভূতি বিচাৰিছিল।

"সেইবোৰ কথা মোক কৈ কি লাভ? মাটি বেচে, ঘৰ বেচে, আপোনালোকৰ কথা।— মই ইয়াত ধন মাটি দিবলৈ অহা নাই নহয়। খাও পামো মই চলোৱা নাই। ইমানবোৰ মানুহৰ ভাত-সদায় মই ৰান্ধিব নোৱাৰো। মোক ভাত ৰন্ধা মানুহ লাগে। আজি মই চিনেমালৈ যাম। মোৰ দুখ-ভাগৰ নাই নে কি ?..."

লগে লগেই মুখখন বাহিৰৰ ফালে ঘূৰাই হাতৰ বিচনী

খনেৰে নিজকে বিচৰলৈ ধৰিলে।

স্পষ্ট উত্তৰ। প্ৰতিবাদৰ থল উপেনে নেদেখিলে। কন্তেক পললৈ জয়ন্তীৰ ফালে চাই থিয় দি থাকি লাহে লাহে উপেন আকৌ বাহিৰ হৈ আহিল। —পেটৰ ভোকৰ কথা উপেনে পাহৰিলে। ......

জয়ন্তী বহি ৰল।' —অন্তৰৰ ধং মাৰ যোৱা নাছিল। খিড়িকী খনেদি বাহিৰলৈ চালে। ..বাৰিষাৰ আকাশ। কিন্তু কতো মেঘৰ অকণো চিন নাই। সূৰ্য্যৰ প্ৰখৰ ৰশ্মিৰ উত্তাপত পৃথিবী নিৰস, তৃষ্ণাতুৰ।...চকু দুটা জাপ খাই গল। অতীতৰ নানা মধুৰ-স্মৃতি মনৰ মাজত সজাগ হলহি। কিন্তু আগৰদৰে জয়ন্তীক সেই মধুৰ স্মৃতিয়ে আজি আনন্দ দিব নোৱাৰিলে। ...গোটেই হৃদয় জুৰি যেন আজি বিদ্ৰোহৰ একুৰা জুই, ব্যৰ্থতাৰ এটা কৰুণ ক্ৰন্দন। ..ইটাৰ বেৰাখনলৈ চকু গল। প্ৰাচীনতাৰ নিদৰ্শন। গা-মন জিকাৰ খাই উঠিল। ...জয়ন্তীৰ স্বাধীন গতি পথ ৰুদ্ধ কৰিবৰ কাৰণেই যেন জহি-খহি নগৈ, এটা নিৰ্দ্দয়, দুৰ্দ্দান্ত দৈত্যৰ দৰেই জৰাজীৰ্ণ হৈয়ো আজিলৈকে থিয় দি আছে। ...হাতুৰি এটা লৈ এফালৰ পৰা ভাঙি নি মাটিৰ লগত সমান কৰি দিবৰ ইচ্ছা হল। কিন্তু উপায় নাছিল। অশান্ত মনটো অস্থিৰ হৈ পৰিল। ...

"আইদেউ"

ঘৰৰ বুঢ়ী বান্দী নবীনৰ মাক ভিতৰলৈ সোমাই আহিল। নবীন নাই, কিন্তু নবীনৰ নামেৰেই এই বৃদ্ধা আজিও জনাজাত।

"ৰব-বোপাৰ আজি নহোৱেই হল। কাছাৰিৰ পৰা উভতি

অহাৰ আগতে কি পাবে, জা-জলপান হুটামানবে কিবা দিহা কৰকহি। নগেন বপাও আহিবৰ হল।”...

জয়ন্তীৰ চিন্তাস্ৰোত বন্ধ হৈ গল। —কোনোবা সপোন ৰাজ্যৰ পৰা উভতি অহা যেন লাগিল।...

“তিনটা বাজিবৰ হল। জুইৰ ওপৰত বটলহিটো তুলি দি আহিছো। দেউতাৰো চাহ খাবৰ সময় হৈছেহি।”

জয়ন্তীয়ে বিৰক্তি বোধ কৰিলে। প্ৰথম কিছুদিনলৈ নবীনৰ মাকক বেয়া লগা নাছিল। কিন্তু লাহে লাহে ভাল নলগা হৈ আহিবলৈ ধৰিলে। ঘৰৰ এজনী বান্দীয়ে গৃহ-কৰ্ত্ৰীৰ ওপৰত এইদৰে কৰ্তৃত্ব চলোৱা জয়ন্তীয়ে মুঠেই ভাল পোৱা নাছিল। কিন্তু বুঢ়া বকৰবালৈ ভয় কৰিয়েই নবীনৰ মাকৰ লগত বেয়া ব্যৱহাৰ কৰিবলৈ সাহ কৰা নাছিল।

“বাই, গেবাৰী খাটিবলৈকে আহিছো। হাড় নপৰালৈকে খাটিম। তই মনত পেলাই দিবহি নালাগে।...”

কথাকেইটাৰ সুৰটো নবীনৰ মাকে ভাল নাপালে।

“সেইদৰে কিয় কৈছে, আইদেউ। দেউতাই শুনিলে বেজাৰ পাব। এইখন ঘৰতেই বুঢ়ী হলোহি। কোনো দিনেই ইয়াত বামুণ-চাকৰৰ অভাৱ হোৱা নাছিল। দেউতা সকলৰ আগৰ অৱস্থা নাই বুলিহে। থকাহলে বোৱাৰীক কষ্ট কৰিবলৈ কেতিয়াও নিদিয়ে। দুখেকষ্টে, যেনে তেনে ঘৰখন ৰওক বুলিয়েই বোৱাৰী আনিছে। ৰবৰোপাৰ মাক আইকো দেখিলো। বামুণ-চাকৰলৈ নৰয়। আলহী-অতিথিৰে পৰা আৰম্ভ কৰি ..”

জয়ন্তীৰ ভাল লগা নাছিল।

“এইবোৰ কথা থ বাই, মোৰ ভাল লগা নাই।”

বহাৰ পৰা জয়ন্তী থিয় হল।

"বউ"

তুৱাৰ মুখত নগেন।

"লেজাৰত আহিব নোৱাৰিলো। মোৰ ভাত থৈছে নে নাই ?"

নগেনৰ মুখখনলৈ নবীনৰ মাকৰ চকু গল। মুখখন শুকাই আহিছে।

"তোমালোক দেখিছো প্ৰত্যেকেই নিজ নিজ স্বাৰ্থ লৈয়ে ব্যস্ত। সময়মতে ভাত-পানী নাখালে যে গেৰাৰী খটাবোৰৰ কষ্ট হয়, সেই কথা তোমালোকৰ কোনেও ভাবিবই নোৱাৰা, নহয় নে ? আমি যন্ত্ৰ, আমাৰ সুখ-ভাগৰ নাই। আমাক বিশ্ৰাম নালাগে। .."

কটু ইঙ্গিত, নিৰ্দ্দয় মন্তব্য কিন্তু নগেনে একো নুবুজিলে।

"অমূল্য দাদাই প্ৰকাণ্ড বাঘ এটা মাৰি আনিছে বুলি জানো কব পাৰে ? বাঘটো নোচোৱাকৈ আপুনিও থাকিব নোৱাৰিলে-হেতেন, বউ। লেজাৰত আমাৰ স্কুলৰ আটাইখন লৰা গৈছিল। .. কি প্ৰকাণ্ড বাঘ ! ইমান প্ৰকাণ্ড বাঘ আপুনি দেখাই নাই, বউ। .."

কব লগা আৰু বহুত কথাই হয়তো আছিল। কিন্তু জয়ন্তীৰ পক্ষৰ পৰা কোনো উৎসাহ নাপাই অগত্যা নগেন মনে মনেই বল।...

নবীনৰ মাকে একো নামাতিলে। খোটালীটোৰ পৰা জয়ন্তী বাহিৰ হৈ আহিল।— কাৰো কোনো কথালৈ অপেক্ষা নকৰি গাৰ চোলাটো খহাবলৈ আৰম্ভ কৰি বউৱেকৰ পিছে পিছে নগেনো বাহিৰ পালেহি। খোটালীটোৰ ভিতৰত নবীনৰ মাক

অকলে থিয় দি ৰল। নিৰ্ব্বাক, নিচ্ছল।...

*  *  *

*  *

*

উপেন প্ৰায়ে মৌজাত থাকে। মাজে সময়ে, সুবিধা বুজি বা কাম থাকিলে ঘৰলৈ আহে। মৌজাত নাথাকিলে খাজানা নুঠে, খাত-পামৰ মাটি লোৱা ৰায়তৰ পৰা ফচল আদায় নহয়।...

বুঢ়াবৰুৱাৰ শৰীৰ ক্ৰমে দুৰ্ব্বল হৈ আহিছিল। আগৰ দৰে উঠি-লৰি ফুৰিব নোৱাৰে। নগেন ব্যস্ত খেল-ধেমালিত, স্কুললৈ অহা যোৱা কৰি।... নবীনৰ মাকৰ প্ৰধান কাম হল বুঢ়া-বৰুৱাৰ আলপৈচান ধৰা। · জয়ন্তীক মৌজাত নি ৰখোৱা কথা উপেনে ভবা নাছিল। দেউতাকৰো সেইটো ইচ্ছা নহয়। তুবাৰ নে এবাৰ মাত্ৰ ফুৰিবলৈ গৈছিল। উপেনে থাকিবলৈ কওঁতে জয়ন্তীয়ে আপত্তি কৰিলে।

...কমলা চক্ৰবৰ্ত্তীৰ লগত জয়ন্তীৰ প্ৰথম চিনাকি হয় ওচৰৰে বিয়া এখনত।... মানুহ গৰাকী ক্ষীণ। মুখ-চকুৰ গঢ়-ঠণ সাধাৰণ। শৰীৰৰ বৰণ সম্পূৰ্ণ মুকলি নহলেও অপৰিষ্কাৰ নাছিল। মুখখনত এটা কমনীয়তা। চকু দুটাৰ মাজেদি অন্তৰৰ সৰলতা যেন ফুটি উঠিছিল।... বিলাতৰ পৰা ঘুৰি অহা উচ্চ চাকৰীয়ালৰ পৰিয়াল। কিন্তু সাজ-পাৰত জাক-জমকতা নাছিল।... কথা পাতি জয়ন্তীৰ ভাল লাগিল। হোজা প্ৰকৃতিৰ, সৰলচিত্তীয়া এগৰাকী মানুহ।...

জয়ন্তীহতৰ ঘৰলৈ কমলা দুদিনো আহিল। জয়ন্তী যাব পৰা নাই।... শাহু নোহোৱা ঘৰ হলেও, বুঢ়াবৰুৱা আজিও জীৱিত। শহুৰৰ বিনা অনুমতিত ঘৰৰ বোৱাৰী বাহিৰলৈ ওলোৱা

নিষেধ। জয়ন্তীৰ দৃষ্টিত অৰ্থশূন্য এটা নিয়ম। উলঙ্ঘা কৰিবৰ ইচ্ছা হয়, কিন্তু সাহ নকৰিলে। ............

কমলাই কিবা এটা চিলাইছিল। কলটোৰ খট-খট শব্দত গম নাপালে, জয়ন্তী ওচৰত থিয় হলহি।—

"কি চিলাইছে ?"

মুখখন ঘূৰাইযে পিছফালে জয়ন্তীক থিয় হৈ থকা দেখি কমলা যেন চক্ খাই উঠিল।

"আপুনি দেখোন, আহক আহক, মই কবই নোৱাৰো।"

লগে লগেই থিয় হৈ জয়ন্তীক ড্ৰইংৰুমলৈ লৈ আহিল। নবীনৰ মাক বাহিৰতে বল। জয়ন্তীয়েও ভিতৰলৈ নামাতিলে।—

ড্ৰইংৰুমৰ দামী চকী এখনত বহাৰ লগে লগেই কমলা চক্ৰবৰ্ত্তীৰ সংসাৰখন যে তেনেই সৰু আৰু শৃঙ্খলাবদ্ধ জয়ন্তীয়ে বুজিলে। কতো অকণো হাইউৰুমী নাই, চাৰিওফালে এটা শান্তিৰ ভাব। ...মনত পৰিল নিজৰ ঘৰখনলৈ। অনুভৱ কৰিলে কি পাৰ্থক্য ! ...চিন্তা আৰু আগ বাঢ়িব নোৱাৰিলে। কাণত পৰিলহি—

"আপুনি নাহিব বুলিয়েই ভাবিছিলো।"

কণ্ঠস্বৰ ধীৰ, মিঠা।

"আহিবৰ মন থাকিলেই জানো আহিব পাৰি ? সুবিধা সুযোগৰ বাহিৰেও অনুমতি পাব লাগিব, তেহে।"

"কাৰ অনুমতি ?"

"শহুৰৰ।"

কমলাৰ কাণত শব্দটো যেন বাজি গল।

"সেইটো নিয়ম।"

"হব পাৰে, পিছে নিৰৰ্থক। আজি কালিৰ দিন বেলেগ।"

"প্ৰত্যেকৰ ঘৰতে কিছুমান নিয়ম আছে। সেইবোৰ এৰিব নাপায়। মানি চলা ভাল।"

"অনাৱশ্যকীয় বুলি জানিলেও মানিব লাগিব নে ?"

"যিটো স'চাকৈয়ে অনাৱশ্যকীয় সি অ'পুনিয়েই খহি পৰিব। কোনেও বলেৰে ৰখাব নোৱাৰে। পৰে বেয়া পোৱা কাম নকৰাই ভাল। ..."

কথাকেইটা কৈ শেষ কৰিয়েই কমলা বাহিৰলৈ ওলাই গল। কাৰণটো জয়ন্তীয়ে বুজিলে। অলপ সময়ৰ পিছত কমলা আকৌ ভিতৰলৈ সোমাই আহিল।

"আজি প্ৰথম আহিছে, ঘৰটোকে চাওকহি।"

জয়ন্তী থিয় হল। .. এটা এটাকৈ আটাইকেইটা খোটালী-লৈকে কমলাৰ লগত গল। ...বহুত নতুন কথাই যেন জয়ন্তীৰ চকুত পৰিল। কিন্তু মনৰ ভাব প্ৰকাশ নকৰিলে। .. শোৱা খোটালী বেলেগ বেলেগ। মিষ্টাৰ চক্ৰবৰ্ত্তীৰ খোটালীটো ঘৰটোৰ একাষে। বাহিৰৰ পৰা আহি বাজে বাজে সোমাৰ পৰা ব্যৱস্থা আছে। —খোটালীটোত তেওঁ অকলেই থাকে। লৰা-ছোৱালী দুটা লৈ কমলা শোৱে আন এটা খোটালীত। ...ডাইনিং হলটো ডাঙৰ। একেলগে কেবাজনো বহিব পাৰে। ...জয়ন্তী যেন বৰ নোৱাৰিলে।—

"আপোনালোকে পাকঘৰত ভাত নাখায় নে কি ?"

"মই খাওঁ, তেখেতেহে ইয়াত খায়। একেলগে খাবলৈ মোৰ ভাল নালাগে। চকীত বহি ভাত খাব লগা হলে মই মৰিয়েই যাম। ..."

"ভাত ৰান্ধে কোনে ?"

"মানুহ আছে। পিছে সৰহখিনি মযে বান্ধো। তেখেতে বং কৰে। – তেখেতৰ মতে এইবোৰ চাকৰৰ কাম। যাৰ চাকৰ ৰখাবৰ উপায় নাই, নিজে কৰক। কিন্তু যি মানুহ ৰাখিব পাৰে সি কষ্ট কৰিব কিয় ? ...পিছে এইবোৰ কথাৰে মই মনেই নিদিওঁ। ..."

জয়ন্তী মনে মনে ৰল। কোনো মতামত প্ৰকাশ নকৰিলে।...

"এইখন আপোনালোকৰেই ফটো যেন পাইছো।"

"কেতিয়াবাই তোলা। লৰা-ছোৱালী দুটাক লৈ তোলা ফটোও আছে।"

একেথৰে ফটোখনলৈ চাই জয়ন্তী থিয় দি ৰল। ..কমলা বহি আছে, ওচৰতে থিয় হৈ মিষ্টাৰ চক্ৰৱৰ্ত্তী। সুশ্ৰী পুৰুষ।...

"মইহে বুঢ়ী হলো। তেখেতৰ চেহেৰা একেদৰেই আছে।"

কথাকেইটাৰ মাজেদি কমলাৰ অন্তৰ ভৰা এটা তৃপ্তিৰ ভাব ফুটি উঠা যেন জয়ন্তীয়ে অনুভব কৰিলে। নিজৰ অজ্ঞাতিতেই জয়ন্তীৰ হুমুনিয়াহ এটা বাহিৰ হৈ গল। ...বিয়াৰ পিছতেই ফটো এখন তুলিবলৈ উপেনে আগ্ৰহ প্ৰকাশ কৰিছিল। কিন্তু জয়ন্তীৰ পক্ষৰ পৰা কোনো উৎসাহ নোপোৱাত ফটো লোৱা নহল। ...

"এইবোৰ চখ তেখেতৰহে, মোৰ নহয়। মই অলপো বাধা নিদিওঁ।"

জয়ন্তী নিৰুত্তৰ হৈয়ে ৰল।

"আজি প্ৰথম আহিছে, সুদা চাহ এটোপাকে খাওক। আন নো কি দিম ! জলপান খাবৰো সময় হোৱা নাই।"

"চাহ এটোপা খাবলৈ নো কি আপত্তি থাকিব পাৰে।"
...কমলাৰ শোৱনি খোটালীটোতে দুয়ো চাহ খাবলৈ বহিলহি।

"আপোনাৰ ঘৰত বুলিহে খালো। আচলতে বোৱাৰীয়ে কাপত চাহ খোৱা নিষেধ। কাপত চাহ খায় মেমচাহাবে।"

কথাকেইটা জয়ন্তীয়ে ধেমালি কৰিয়েই কৈছিল। কিন্তু জয়ন্তী নিজেই আচৰিত হল। কথাকেইটা কাণত পৰাৰ লগে লগেই হাতৰ কাপটো নমাই থৈ কমলাই জয়ন্তীৰ হাত খনত ধৰিলে।

"মোৰ ভুল হল। আপুনি, নাপাব, নাখাব। মই বাটিত দিওঁ। ছিঃ, ছিঃ, মই একেবাৰেই পাহৰিলো। বেয়া নাপাব দেই।"

সঁচাকৈয়ে যে কমলা অনুতপ্ত জয়ন্তীয়ে বুজিলে। ... কমলাৰ অন্তৰত আঘাত দিলে বুলি ভাবি জয়ন্তীয়ে নিজেও কষ্ট পাবলৈ ধৰিলে।—

"আপুনি কিয় ভয় খাইছে? বেয়া পোৱা হলে খাই শেষ নকৰোৱেই। —মই এনেয়েহে ধেমালি কৰিবলৈ কলো। .."

জয়ন্তীৰ কথাৰ প্ৰত্যুত্তৰ কমলাই নিদিলে। কিন্তু জয়ন্তী নিজেও মনে মনে ৰব নোৱাৰিলে। হাঁহি হাঁহি আকৌ আৰম্ভ কৰিলে—

"আপোনালোকৰ ঘৰখন বাহিৰৰ পৰা সকলোৱে চাহাবৰ ঘৰ বুলিয়েই জানে। কাপত চাহ খাই আপোনালোকৰ লগত মেম-চাহাব হলে কোনেও দোষ নধৰে। ঘৰত বাটি আছেই। বাটিত খাব লাগিলে ঘৰতেই খামগৈ, আপোনাৰ ইয়াত নহয়।..."

জয়ন্তীয়ে খিলখিলকৈ হাঁহিবলৈ ধৰিলে।

"পুৰণি নিয়ম পাৰিলে নোখোৱাই ভাল।"

কিন্তু লগে লগেই জয়ন্তীয়ে উত্তৰ দিলে—

"আক নোৱাৰিলে, যিমান সোনকালে পাবে এৰাই মঙ্গল। কি কয়?."

জয়ন্তীৰ লগত তৰ্কযুদ্ধ কৰাৰ উদ্দেশ্য নাছিল।

"আমাৰ দুয়োৰো ভিতৰত তেখেত নতুন, মই পুৰণি। পুৰণিৰ সদায় এটা, নতুনৰ অন্ত নাই।"

"পুৰণিটো খামোচ মাৰি ধৰি থকাও কিছুমানৰ দেখিছোঁ বেমাৰ। সুখ-সুবিধাৰ, আপদ-আহুকালৰ কথা নাই। তৰ্ক যুক্তিও তেওঁলোকক নালাগে। পুৰণি মুলিয়েই ভাল। এৰিলেই যেন বিভ্ৰাট, মহাভাৰত অশুদ্ধ হব।"

জয়ন্তীৰ বোধহয়, শেষ হোৱা নাছিল। গাড়ী বাৰান্দাত কাৰোবাৰ মটৰ গাড়ী এখন ৰোৱাৰ শব্দ কাণত পৰিলহি। কথা কোৱা বন্ধ কৰি খিড়িকীয়েদি বাহিৰলৈ চালে।

গাড়ী খনৰ পৰা নামি এগৰাকী মানুহ আগবাঢ়ি আহিল। মিষ্টাৰ চক্ৰবৰ্ত্তী, জয়ন্তীয়ে অনুমান কৰিলে। মানুহ গৰাকীক ড্ৰইং ৰুমৰ ফাললৈ অহা দেখি অভ্যাসমতেই যেন জয়ন্তীয়ে বুকৰ কাপোৰখন ভালকৰি ললে। চাওঁতে চাওঁতেই মিষ্টাৰ চক্ৰবৰ্ত্তী কমলাৰ খোটালীটোৰ দুৱাৰ মুখত উপস্থিত হলহি।... . ...

"খুব গল্প চলিছে নেকি? এখেত আমাৰ ঘৰত নতুন যেন পাইছো।... ... ..."

জয়ন্তীৰ মুখলৈ চালে। চকুযোৰ তীক্ষ্ণ। জয়ন্তীৰ লাজ লাগিল। মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে এইদৰে কথা পতা আৰম্ভ কৰিব বুলি জয়ন্তীয়ে কেতিয়াও ভবা নাছিল।

"এখেত উপেন বৰুৱাৰ.. ... ..."

"আই ছি·· ··· ···।"

তাৰ পিছত কৰলৈ ধৰিলে –

"ইমান ওচৰতে থাকিও দেখোঁন আপুনি নাহে। এওঁৰো কোনো লগ-সঙ্গ নাই। আপুনিও, বোধহয়, অকলশৰীয়া, যিমান দূৰ অৱশ্যে মই জানো। উপেন বৰুৱাও বোধহয় সৰহ দিন মৌজাতেই থাকে।··· ··· ··"

বিশেষ ঘনিষ্ঠতা নাথাকিলেও তেওঁলোকৰ সম্পৰ্কে যে মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে কিছু কথা জানে, জয়ন্তীয়ে বুজিলে। লাজত মুখ খন ৰঙা পৰি গল।—

কোনো কথাৰ উত্তৰ লগে লগেই দিব নোৱাৰিলে। মিষ্টাৰ চক্ৰবৰ্ত্তীৰ মুখ খনলৈ চকু গল।— সঁচাকৈয়ে সুশ্ৰী পুৰুষ। কিন্তু বেচি পৰ চাই থাকিবলৈ সাহ নহল। লৰালৰিকৈ চকু দুটা আঁতৰাই আনিলে।···

"আমাকো চাহ এটোপা দিয়া।"

কথা কেইটা কৈয়ে কমলাৰ বিছনাখনতে মিষ্টাৰ চক্ৰবৰ্ত্তী বহিলহি।···

"আপুনি মাজে মাজে আহিব। মানুহৰ ঘৰলৈ যাবলৈ এওঁক কৰই নালাগে। সেই বিষয়ে সদায় বেদি। মোৰ লগতহে মাত্ৰ বন্ধু-বান্ধৱৰ ঘৰলৈ যোৱাত আপত্তি। কৰবাত কি জানি একে সমাজতে বহিব লাগে, একে লগে খাব লাগে। মোৰ গাড়ীখন আপোনালোকৰ কাৰণেই খুলি ধৰিব। ইচ্ছামতে ব্যৱহাৰ কৰিব পাৰে।"

কমলাক লক্ষ্য কৰি কলে—

"আজি ডাক্তৰ বৰুৱাৰ টি-পাৰ্টিলৈ যাবানে নোযোৱা ?"—

"ইমান দিনে কোনো পাৰ্টি-ফাৰ্টিলৈ যাবলৈ মহল। বুঢ়ী হলোঁহি। আজি যাম নে? আপুনি গলেই হব, মোক নাটানিব।..."

"যাও আনফৰচুনেট। তুমি নাযাব পাৰা কিন্তু বহুতেই যাব। ডাক্তৰ ৰহমান নিজে পপুলাৰ মানুহ। সকলোৱে ভাল পায়। মিছেছ শইকীয়া, মিছেছ ভুঞা, মিছেছ অলকা বৰুৱা, ডাক্তৰ মিছ লতিকা গগৈ, কিমানৰ নাম কম। সেইবোৰ তিৰোতা মানুহ সঁচাকৈয়ে বেছ স্মাৰ্ট, কথা-বতৰা পাতি ভাল লাগে। দেশ-বিদেশৰ খবৰো ৰাখে। তোমালোকৰ দৰে চুক ভেকুলী নহবালৈকে চুকতেই থাকিবা।..."

"চুকেই ভাল। গা দেখুৱাই ফুৰিবলৈ আমাৰ দেখোন লাজেই লাগে।..."

হাঁহি হাঁহি কমলাই উত্তৰ দিলে।

"সদায় চুক ভাল নহয়, দিয়ক, আপুনি বিয়ানেই নকওক। গা দেখুৱাবো কোনো কথা নাই।..."

মাত নিদিয়াকৈ জয়ন্তী থাকিব নোৱাৰিলে।

"ইউ আৰ ৰাইট। আপুনি ঠিক কৈছে। উবলি যোৱা সাতামপুৰুষীয়া কথাবোৰ যে বাদ দিবৰ হল এই কথা হলে এওঁক মই বুজাব পৰা নাই। মোৰ লগত একে লগে বহি খাবলৈকো এওঁৰ আপত্তি। অথচ, পতি-ভক্তিৰ বৰ বৰ কথাবোৰ একালৰ পৰা মুখস্থ গাই যাব পাৰে। ননছেন্স।..."

আলোচনাটোত যোগ দিবলৈ জয়ন্তীৰ মন গৈছিল। কিন্তু যোগ নিদিলে।—

ট্ৰে এখনৰ ওপৰত চাহ কৰিবৰ সকলো সৰঞ্জাম লৈ চাকৰ এটা সোমাই আহিল। জয়ন্তী থিয় হল।

"যায় নে কি ? নমস্কাৰ। কেতিয়াবা ওলাম গৈ।"

মুখত এটা মিচিকিয়া হাঁহি।

"গলে ভাল পাম। নিশ্চয় যাব।"

লগে লগেই কমলাৰ কাণে চালে—

"যাওঁ দেই। পাৰিলে এবাৰ যাব।"

জয়ন্তীক আগ বঢ়াই থবলৈ কমলাও বাহিৰ পালেহি।… ..

* * * *

বাটত নবীনৰ মাকে মন্তব্য কৰিলে—

"এনে লাজ-কাজ নোহোৱা মানুহ কটা!"

"কি হল বাই।"

নবীনৰ মাকৰ এনে মন্তব্যৰ কাৰণটো জয়ন্তীয়ে বুজা নাছিল।

"চা-নাই, চিনাকি-নাই, একো সম্বন্ধ নালাগে, লোকৰ ঘৰৰ বোৱাৰী এজনীৰ ওচৰত এনেকৈ বহি কথা পাতে নে ? ছিঃ, কিহৰ এইবোৰ ভদ্র মানুহ।…"

প্রত্যুত্তৰ দি কথা কৰৰ আগ্ৰহ নহল। জয়ন্তী মনে মনে থল।

নবীনৰ মাকৰ খং উঠিছিল।

"দেউতাই গম পালে ইয়ালৈ অহাকে বন্ধ কৰিব।"

নবীনৰ মাকৰ এই সন্দেহ যে অহেতুক নহয়, জয়ন্তীয়েও বুজিছিল। কিন্তু এই বিষয়ে আলোচনা কৰি নবীনৰ মাকৰ বলকনি শুনিবলৈ জয়ন্তীৰ ধৈৰ্য্য নহল। ঘৰ নোপোৱালৈকে গোটেই বাটছোৱা জয়ন্তী মনে মনেই থল।……

* * * *

* * *

—দেউতাকৰ অসুখৰ খবৰ পাই উপেন ঘৰলৈ আহিছিল। ...দেউতাকৰ খা-খবৰ লৈ নিজৰ ঘৰটোলৈ আহিল। জয়ন্তীক ঘৰত নেদেখি ইফালে সিফালে চালে কিন্তু ক'তো জয়ন্তীক বিচাৰি নাপালে।......

"এও কলৈ গল বাই, দেখা নাই দেখোন?"

"কব নোৱাৰো। আমাৰ এই খিনিতে লাজ-কাজ নোহোৱা মানুহ এটা আছে। গধুলা পৰত মটৰ গাড়ী এখন লৈ বৌৱেকৰ লৈতে ভটং কৰে ওলালহি। .. আইদেউৰ লগত কিবাকিবি কথা পাতি থাকি দেখোন আইদেউকো লগত লৈ ফুৰিবালৈ ওলাই গল। কলৈ গৈছে কৈ যোৱা নাই, কেতিয়া আহিব তাকো নাজানো।"

উপেন হতাশ হল।

"দেউতাই জানে নে নাজানে?"

"নাজানে। মঁয়ো কোৱা নাই। গম পালে দুখ পাব।"

"তই দেউতাক কব লাগিছিল। মই ঘৰত নাই সঁচা, মোৰ পৰিবৰ্ত্তে দেউতা আছে। ঘৰৰ ভাল-বেয়া সকলো কথা দেউতাই জনা উচিত।......"

উপেন বিছনাত পৰিলহি। টোপনি নাহিল, চকু দুটা মুদি পৰি বল। জয়ন্তীৰ আজিৰ আচৰণ লক্ষ্য কৰি উপেনে কষ্ট পাবলৈ ধৰিলে। ...ইয়াৰ আগেয়ে দেউতাক বা উপেনৰ বিনা অনুমতিত ঘৰৰ পৰা জয়ন্তী কেতিয়াও বাহিৰ হোৱা নাছিল। কিন্তু ঘৰৰ সেই নিয়ম আজি অকাতৰে জয়ন্তীয়ে বিসৰ্জ্জন দিলে। অকল সেয়ে নহয়, অপৰিচিত এজন পৰ-পুৰুষৰ লগত একেখন গাড়ীতে জয়ন্তী কিয় যাব লাগিছিল।

…ঘৰখনৰ প্ৰতি যেন এটা আওহেলাৰ ভাব, অলপ অৱজ্ঞা। উপেনৰ দুখ লাগিল, খং উঠিল। প্ৰতিকাৰ বিচাৰিলে কিন্তু কোনো প্ৰতিকাৰ চকুত নপৰিল।… …

কাৰোবাৰ মটৰ গাড়ী এখন ঘৰৰ আগত ৰলহি। জয়ন্তী ভিতৰলৈ সোমাই আহিল। কিন্তু লগে লগেই অনুপস্থিতিৰ কাৰণ বিচাৰি জয়ন্তীক কোনো প্ৰশ্ন উপেনে কৰিব নোৱাৰিলে। কিবা এটা দুৰ্ব্বলতাৰ ভাবে যেন হেঁচি ধৰিলেহি। একে থৰে জয়ন্তীলৈ চাই ৰল।…জয়ন্তী ৰূপহী। কিন্তু সেই ৰূপ যে ইমান চিত্তহাৰী হব পাৰে উপেনৰ যেন ধাৰণাই নাছিল।…

"তুমি কলৈ গৈছিলা? ইমান নো ৰাতি কৰে নে?"

"চিনেমালৈ।"

উপেনৰ মুখলৈ জয়ন্তীয়ে নাচালে।

"দেউতাক সুধি নগলা কিয়?"

"কাৰ পৰা জানিলে?

জয়ন্তীৰ দুয়োটা চকু উজ্জ্বল হৈ উঠিল।

"দেউতাই কৈছে।"

লাহেকৈ উপেনে উত্তৰ দিলে।

"সময় নহল।"

কণ্ঠস্বৰ ধীৰ।

"দেউতাই বেয়া পাইছে।"

কোনো প্ৰত্যুত্তৰ নাহিল। —গাৰ কাপোৰ-কানি সলোৱা কামত জয়ন্তী ব্যস্ত হল।

"কাৰ লগত গৈছিলা?"

কিছু পৰৰ পিছত উপেনে প্ৰশ্ন কৰিলে।

লগে লগেই জয়ন্তীয়ে উত্তৰ নিদিলে। কিবা এটা ভাবিলে।...

"কমলা বাইদেউৰ লগত।"

"কৰ এইজনী কমলা বাইদেউ ওলালহি?"

এটা ইতিকিঙৰ ভাব। জয়ন্তীৰ ভাল নালাগিল।

"মিষ্টাৰ চক্রবর্তীৰ ঘৈণীয়েক, আমাৰে ওচৰ চুবুৰীয়া।"

মিষ্টাৰ চক্রবর্তীও যে লগত আছিল সেই কথা জয়ন্তীয়ে নকলে। .........কথাৰ সুৰত যেন এটা ভাহিল্যৰ ভাব। ........উপেনে প্রশ্ন কৰিছিল আৰু সেই কাৰণেই যেন সেই প্রশ্নৰ জয়ন্তীয়ে উত্তৰ দি গৈছিল। —জয়ন্তীয়ে নিজে উপেনক কোনো কথা নুসুধিলে। —বোধহয় প্রয়োজন বোধ কৰা নাছিল। —খোটালীটোৰ পৰা জয়ন্তী বাহিৰ হৈ গল। ...

"মই মৰাৰ পিছত বি ইচ্ছা কৰিবি। কিন্তু মই নমৰোতেই এইবোৰ কৰা দেখি দুখ পাইছো। শাহুৱেৰেই ঘৰখনৰ সর্ব্বে-সর্ব্বা আছিল। মোক নোপোধাকৈ কোনোদিনেই কলৈকো খোজ এটা দিয়া নাছিল। পৰৰ লগত যোৱা দূৰৰ কথা। মই ঘৰৰ পৰা প্রায়ে আঁতৰি থাকো। ঘৰ চলোৱাৰ দায়িত্ব আছিল তেওঁৰ। এলাহ নাই, ভাগৰ নাই। ...কত মানুহে খালে, কতই দান-দক্ষিণা ললে। ...কিন্তু আজি এইখন ঘৰতেই সময় মতে ভাত নহয়, চাহ নহয়। ...আন কি, পলুনি গোসাঁই কেইজনাৰ আগত বহিগছো সমাৰ মজলা হল। ......বংশ মর্য্যাদা, প্রাচীন ৰীতি-নীতি, ধর্ম্ম-কর্ম্ম সোপাই লোপ পালে।"

...বকৰা মনে মনে বল। বকৰাৰ ভৰি পিছি ওচৰতে মহীনৰ থাক। এবাৰ জয়ন্তীৰ মুখলৈ চালে। চকুৱে চকুৱে পৰোতে চকু দুটা আঁতৰাই নিলে। ...গোটেই খিনি কথা জয়ন্তীয়ে

ধৈৰ্য্যৰেই শুনি বল। কোনো প্ৰতিবাদ নকৰিলে। অনু-শোচনাৰ গ্লানিত দুয়োখন গাল বুৰাই চকুলোও বাহিৰ হৈ নাহিল। ...এটা যেন অশ্ৰদ্ধাৰ ভাব, অন্তৰত যেন বিদ্ৰোহৰ একুৰা জুই। .. জয়ন্তী খোটালীটোৰ পৰা ওলাই আহিল।.....

জয়ন্তীৰ লৰা এটা জন্ম হোৱাৰ খবৰ পায়ো কিৰণ আগতে আহিব পৰা নাছিল। .. মাক নোহোৱা ঘৰ, দেউতাকো অকলশৰীয়া। এসপ্তাহলৈ বুলি আহি কিৰণ এমাহ বল। দেউতাকৰ শৰীৰ অসুস্থ, মনত অশান্তি।... ..

"দেউতাক এৰি থৈ যাবলৈ মনেই যোৱা নাই, জয়ন্তী। ...ভেখেতো তাত অকলে আছে। সোনকালে নগলেও নহব।..."

জয়ন্তীয়ে উত্তৰ নিদিলে। কব লগাও একো নাছিল।...

ইয়াৰ মাজতে উপেন কেবাবাৰো আহিল, গল। জয়ন্তী আৰু উপেনৰ মাজত যে সম্প্ৰীতিৰ অভাৱ কিৰণে লক্ষ্য কৰিছিল।.....

"উপেনটো বৰ সৰল। পা-পইচা ঘাটিবৰো বুদ্ধি নাই। তোমাৰ ওপৰতেই ঘৰখনৰ ভালবেয়া সকলো নিৰ্ভৰ কৰিছে। পৰক দেখি ধুম-ধুপাল কৰিবলৈ গলে তোমাৰ ঘৰ নবয়।"

অনাৱশ্যকীয় উপদেশ। জয়ন্তীৰ ভাল নালাগিল। সেই একে সুৰ, একে লক্ষ্য। ...

"দেউতাই বেয়া পোৱা কামবোৰ নকৰাই ভাল।"

জয়ন্তীক কথাকেইটাই উৎসাহিত কৰিব নোৱাৰিলে। ঘনিষ্ঠতা বাঢ়ি উঠাৰ পিছতো জয়ন্তীয়ে কিৰণক আপোন বুলি ভাবিবলৈ চেষ্টা কৰিও যেন পৰা নাছিল। কিৰণ নিজে তিৰোতা মানুহ হৈয়ো কোনো দিনেই জয়ন্তীৰ অন্তৰখন বুজিবলৈ যেন

ইচ্ছা নকৰিলে। ...কিৰণৰ চিন্তাধাৰাত আছিল কিৰণ নিজে, নিজৰ স্বামী-পুত্ৰ, নিজৰ ঘৰ-সংসাৰ, পিতৃপিতামহৰ আভিজাত্য; দেউতাক, উপেন, নগেন। ...ৰাজেন্দ্ৰৰ চিঠি অহা পলম হলেই কিৰণ ব্যাকুল হৈ পৰে। উচ্চ পদস্থ স্বামীৰ পদমৰ্য্যাদাৰ গৌৰৱত কিৰণ গৌৰবান্বিতা।.....

জয়ন্তীয়ে বিচাৰিছিল সহানুভূতি, দুখৰ ভাগ লবলৈ এখন কোমল হৃদয়। কিন্তু সেই হৃদয় কিৰণৰ যেন নাছিল। সহানুভূতিৰ পৰিবৰ্ত্তে কিৰণে যাচিলে হিতোপদেশ। ...অসুখী মন গধুৰ হৈ উঠিল। সকলো কথাবতৰাৰ মাজেদি জয়ন্তীৰ প্ৰতি যেন কিৰণৰ অৱজ্ঞা, এটা কটু ইঙ্গিত। জয়ন্তীৰ দুখ লাগে। ...তাৰে অপৰাধ কত? ভুল কোন খিনিত?.....

* * * * *

ওচৰ চুবুৰীয়া হলেও মিষ্টাৰ চক্ৰবৰ্ত্তী সেই চুবুৰীটোৰ প্ৰাচীন মানুহ নহয়। ...যাৰে তাৰে ঘৰলৈ তেওঁলোক নাযায়, কথাবতৰা নহয়। কিছুমানৰ কাৰণে তেওঁলোক প্ৰিয়, বহুতৰ কাৰণে বৰ্জ্জনীয়। পৰৰ মতামত সম্পৰ্কে মিষ্টাৰ চক্ৰবৰ্ত্তী নিজে নিশ্চেষ্ট, সম্পূৰ্ণ উদাসীন।.....

জয়ন্তীৰ মুখে কমলাৰ সম্পৰ্কে বহু কথাই কিৰণে শুনিছিল। কিন্তু কমলাৰ লগত চা-চিনাকি হবৰ কাৰণে কোনো দিনেই কিৰণে আগ্ৰহ নেদেখুৱালে।.....

"কমলা বাইদেউৰ তালৈ যাব নে কি?"

"ৰবাছোন, লবালৰি কৰিছা কিয়?"

জয়ন্তী মনে মনে ৰল।

এদিন কমলা চক্ৰবৰ্ত্তী নিজেই হঠাৎ উপস্থিত হলহি। মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে নিজে জয়ন্তীহঁতৰ ঘৰৰ আগত কমলাক নমাই দি গলহি।...

"বাইদেউ, আহক।"

কমলাক দেখিয়েই জয়ন্তী আগবাঢ়ি আহিল। — ঘনিষ্ঠতা বাঢ়ি উঠাৰে পৰা জয়ন্তীয়ে কমলাক বাইদেউ বুলি সম্বোধন কৰিছিল। জয়ন্তীতকৈ কমলা বয়সত ডাঙৰ। জয়ন্তীয়ে কিৰণৰ লগত চিনাকি কৰি দিলে। আধুনিকা মহিলাৰ দৰেই দুয়োখন হাত যোৰ কৰি কিৰণে নমস্কাৰ কৰিলে। এইদৰে নমস্কাৰ কৰাত কমলা নিজে বোধ হয়, অভ্যস্ত নাছিল। কিৰণক লগে লগেই প্ৰতি নমস্কাৰ নজনাই কমলাই হাঁহিবৰ চেষ্টা কৰিলে মাত্ৰ। ..

"আপোনাৰ কথা জয়ন্তীৰ মুখে বহুত দিনৰে পৰা শুনি আছো। লগ পাবৰ হে ভাগ্য হোৱা নাই।...আহিল কেতিয়া?"

"এমাহেই হলহি। তেখেতো ঘৰত অকলে আছে। পাৰিলে আজিয়েই যাওঁ। পিছে দেউতাৰ কাৰণেই যাব পৰা নাই। দেউতাক চাবলৈকে দেখোন ঘৰত মানুহ এটা লাগে। দেউতাক এৰি থৈ যাবলৈকো ভাল লগা নাই।..."

কিৰণৰ কথাকেইটাই জয়ন্তীক শূলৰ দৰে বিন্ধিবলৈ ধৰিলে। কিন্তু কোনো প্ৰতিবাদ নকৰিলে। নিমিষতে জয়ন্তীৰ অন্তৰৰ সকলো উৎসাহ, উদ্যম সুমাই গল। তেওঁলোকৰ মাজৰ কথা-বতৰাত যোগ নিদি ওচৰতে জয়ন্তী মনে মনে থিয় দি ৰল। ..

"আমাৰ তেখেতকো গবৰ্ণমেণ্টে বিলাতলৈ পঠিয়াইছিল। মোকো তেখেতে লগত নিয়াৰ কথা প্ৰস্তাব কৰিছিল। পিছে মই বিলাত-ফিলাতলৈ যোৱা ভাল নাপাওঁ। গৈ নো কি হলহেতেন? মই যাবলৈ নিদিলো। বিলাতলৈ নগৈয়ো বিলাতলৈ যোৱা বোৰতকৈ ভালে আছে। বিলাতলৈ যোৱা খনকো দেখিছো নহয়।..."

ৰাজেন্দ্ৰনাথক গৱৰ্ণমেণ্টে বিলাতলৈ যাবলৈ সুবিধা দিয়াৰ কথা হোৱাৰ আগতে কেতিয়াও জয়ন্তীয়ে শুনা নাছিল। খবৰটো শুনি জয়ন্তী আচৰিত হল। কিন্তু মনে মনে বল।—

"নগল ভালেই হল। আপোনাৰ কপাল ভাল। বিলাতৰ বতাহ লাগিলেই মানুহবোৰ বেলেগ হয় দেখোন। লগতে অৰ্দ্ধাঙ্গী-বঙ্গীও। আমাৰ তেখেত বিলাতৰ পৰা ঘুৰি আহিয়েই আগৰ কথাবতৰা সকলোবোৰকে এৰিলে।..."

সৰল ভাবেই কমলাই উত্তৰ দিলে।

"কেতিয়া নহয়, বিলাতৰ পৰা আহিছে বুলিয়েই যেন মাটিত ভৰিকে নিদিব। বিলাতলৈ নোযোৱাবোৰ যেন মানুহেই নহয়। বিজতৰীয়া খন। মই যে এইখনক দেখিবই নোৱাৰো। সেই দেখিয়েই মই তেখেতক বাধা দিলো। ...বিলাতলৈ গৈ চাহাব হৈ আহক আৰু মাজ বাটতে মই মেমজনী হৈ তেওঁৰ লগে লগে টি-পাৰ্টি, ডিনাৰ পাৰ্টি, ককটেইল-পাৰ্টি কৰি ফুৰো। এইন কাম আৰু মোৰ নাই।..."

কিৰণে হাঁহিবলৈ ধৰিলে। সৰলচিত্তে কমলায়ো কিৰণৰ হাঁহিত যোগ দিলে। কিন্তু এই হাঁহিত জয়ন্তীয়ে যোগ দিব নোৱাৰিলে। ...কিৰণৰ শেষৰ কথাখিনি কমলাৰ দৰে জয়ন্তীয়ে সহজ সৰল ভাবে গ্ৰহণ কৰিবলৈ টান পালে।... ...

কিৰণক নিবলৈ ৰাজেন্দ্ৰনাথ নিজেই আহিব, চিঠি দিছিল।...

"কমলা বাইদেউৰ তাৰ পৰা এবাৰ নাহিলে জানো ভাল হব ?"

কিৰণে পাহৰিছিল বুলি জয়ন্তীয়ে মনত পেলাই দিলে।...

"মেমচাহাবৰ ঘৰ। মতা-তিৰোতা একেলগে টেবুলত বহে,

ব্ৰেকফাষ্ট কৰে, ডিনাৰ খায়। নগলেও একো অগৰ নহয়। গলেই কমলাৰ চাহাব গিৰিয়েক মিষ্টাৰৰ লগত সমানে বহি ফিচিঙা-ফিচিঙি কৰিবৈগে লাগিব। নকৰিলেই অপমান কৰা হব। চাহাবী এটিকেত। মাফ কৰিবা ইমান খিনি আপ-টু-দেট হবগৈ পৰা নাই।·”

অহেতুক আক্ৰমণ! কমলাৰ প্ৰতি অকল ঈৰ্ষাই নহয়, জয়ন্তীক বিন্ধিবো যেন এটা সুবৰ্ণ সুযোগ! অন্তৰৰ মাজৰ প্ৰতিশোধৰ ভাবটো আকৌ যেন প্ৰবল হৈ উঠিল। জয়ন্তী মনে মনে ৰব নোৱাৰিলে।.......

“আপুনি নাজানে, কমলা বাইদেৱে মিষ্টাৰ চক্ৰবৰ্ত্তীৰ লগত সমানে বহি ব্ৰেক-ফাষ্টো নকৰে, ডিনাৰো নাখায়। তেওঁৰ গিৰিয়েক বিলাতলৈ যোৱা বুলিয়েই মেম চাহাবো হোৱা নাই। বিলাতলৈ নোযোৱা বহুত গিৰিয়েকৰ ঘৈণীয়েক হতকো মেম চাহাব হোৱা দেখিছো নহয়, বাইদেউ। সেই হিচাবে কমলা বাইদেউ বহুততকৈ ওপৰত।”

কিৰণৰ পক্ষে জয়ন্তীৰ কথাকেইটা অসহ্যকৰ হৈ উঠিল।

“তুমি যে মিষ্টাৰ চক্ৰবৰ্ত্তী আৰু কমলাৰ একান্ত ভক্ত, সেই কথা ইয়াত ভৰি দিয়েই মই গম পাইছো।... বংশ মৰ্য্যদা হানি কৰি, দেউতাৰ নাক-কাণ কটাই তুমি কিবোৰ কৰিব লাগিছা, শুনিবলৈ মোৰ বাকী নাই। তোমাৰ কমলাৰ ঘৰত পৰি থাকি-বলৈ মোৰ একো গৰজ পৰা নাই। বেয়া পালেও মই কেয়াৰ নকৰো।...”

জয়ন্তীয়ে প্ৰতিবাদ নকৰিলে। প্ৰতিবাদৰ ফল যে বিষময় হব বুজিছিল। অতি কষ্টে নিজকে সংযত কৰি কিৰণৰ ওচৰৰ পৰা

জয়ন্তী আঁতৰি আহিল। ..

আনদিনতকৈ সেইদিনা জয়ন্তী সোনকালেই বিছনাত পৰিলহি। মন বেয়া। ভাত বিচাৰিও ভিতৰলৈ নগল। জয়ন্তীক বিচাৰি কিৰণ, নবীনৰ মাক, ভাত-বান্ধনি কোনোৱেই নাহিল। জয়ন্তীক যেৰি চাৰিওফালে যেন এটা অৱজ্ঞাৰ ভাব। কিন্তু এই অৱজ্ঞাই আজি জয়ন্তীক দুখ দিব নোৱাৰিলে।... অলপ দিনৰ ভিতৰতে জয়ন্তীয়ে বহু কথাই সহ্য কৰিবলৈ শিকিছিল।...

বৰুৱাসকলৰ ঘৰত ভৰি দিয়া প্ৰথম দিনটোৰে পৰা আৰম্ভ কৰি এটা এটাকৈ সকলো কথা মনত পৰিল। .. আজিও জয়ন্তীয়ে যেন ঘৰখন আপোন কৰি লব নোৱাৰিলে। কৰবাত যেন এটা ব্যৱধান। .. জয়ন্তী অতৃপ্ত, অসুখী, অৰ্দ্ধদগ্ধা।... মন যায় সকলো বাধা, সকলো অৰ্থশূন্য বন্ধন ভাঙি চুৰমাৰ কৰি বিদ্ৰোহৰ একুৰা জুই জ্বলাই দি কৰবালৈ আঁতৰি যাবগৈ।... কিন্তু লগে লগেই মনলৈ প্ৰশ্ন আহে কলৈ? .. নিজৰ অজ্ঞাত-সাৰে এবাৰ চকু দুটা জাপ খাই গল। চেতনা ৰহিত হৈ জয়ন্তী বিছনাতেই পৰি ৰল।... ... ...

"দেউতা আমি যাওঁ। বোৱাৰীৰ ওপৰত চকু ৰাখিবলৈ উপেনক কব।... মানুহজনী বৰ দুষ্ট।"

—দেউতাকৰ পৰা বিদায় লবলৈ কিৰণ আহিছিল। পিছে পিছে আহি আছিল জয়ন্তী। হঠাৎ জয়ন্তীৰ খোজ বন্ধ হৈ গল। কিৰণে গম নাপালে।

"কপাল। মোৰ দুখৰ দিনত ঘৰখন ভাঙি শেষ কৰি দিবৰ কাৰণেই তাই সোমাইছেহি।..."

বৰুৱাই কিৰণক সমৰ্থন কৰিলে।

জয়ন্তী থিয় হৈ ৰব নোৱাৰিলে। নিজৰ খোটালীটোলৈ উভতি আহি বিছনাখনত দীঘল দি পৰিল।... জয়ন্তীৰ অন্তৰত বেজাৰ নহয়, অনুতাপত জয়ন্তী দগ্ধ হোৱা নাছিল। গোটেই অন্তৰজুৰি জ্বলি উঠিল প্ৰতিশোধৰ একুৰা জুই।...

কিৰণ দুৱাৰ মুখত উপস্থিত হলহি। ...গোটেই শৰীৰ ঢাকি দামী সাজ-পাৰ, মুখত সুগন্ধি পাউদাৰ, ভৰিত আপটুদেট ফেছনৰ জোতা, বাওঁ হাতৰ ঠাৰিত সোণৰ ঘড়ী, সোঁহাতত এটা ভেনিটি বেগ। ...আধুনিকতাৰ কোনো উপ-কৰণৰেই অভাব নাছিল।...

"আমি যাবলৈ ওলাইছো বুলি তুমি কবই নোৱাৰা নে কি, শুনাহি দেখোন ?"

তাচ্ছিল্যৰ সুৰ। জয়ন্তী উঠি বহিল। থিয় নহল। ...কিৰণৰ দৃষ্টি তীক্ষ্ণ।

"আমি যাওঁ। তোমাক মাত লগাবলৈহে আহিলো। পিছে, যোৱাৰ আগতে কথা এটা কওঁ। ...দেউতাৰ বৰ অসুখ। কোন দিনা কি হয়, ঠিক নাই। তোমাৰ পৰা দেউতাই যথেষ্ট শান্তি পাইছে। আৰু শান্তি নিদিবা। যদি কিবা আৰু শুনো, আমি নসহিম। মনত ৰাখিবা।"

কণ্ঠস্বৰত তীব্ৰতা। জয়ন্তীয়ে অপমান বোধ কৰিলে।...

"মোকেই কৈছে নে ?"

"তোমাক নকৈ কাক কৈছো নো বুলি ভাবিছা ?"

মাতটো কৰ্কশ।

লগে লগেই জয়ন্তীয়ে উত্তৰ দিব নোৱাৰিলে। কিন্তু এটা ভাবি অলপ পৰলৈ নিৰুত্তৰ হৈ ৰল।

"ভাল। কৈছে যে মনত ৰাখিম। ...বকৰা সকলৰ ঘৰত হয়ো অৱশ্যে চাপি সোমোৱাহি নাই। মোৰো মান-সম্ভ্ৰম আছে। সাবধান কৰি দিয়াও ভাল পালোঁ।"

জয়ন্তীৰ কথাকেইটাৰ মাজত থকা কটু ইঙ্গিতটো লক্ষ্য কৰি কিৰণৰ খং উঠিল।.........

"চুপতি কৰিবলৈ মই অহা নাই। ...কিন্তু মোৰাৰ আগতে সাৱধান কৰি দিলো, তুমি যেন সীমাৰ বাহিৰ নোহোৱা। যদি হোৱা ফল বেয়া হব।..."

কথাকেইটা কৈয়ে, কোনো প্ৰত্যুত্তৰলৈ অপেক্ষা নকৰি—কিৰণ আঁতৰি গল। জয়ন্তী আগৰ দৰেই বহি বল। চকুৰ আঁতৰ নোহোৱালৈকে কিৰণলৈ চালে। ...জয়ন্তীৰ চকুৱে মুখে ঘৃণাসূচক এটা হাঁহিৰ আভাস ফুটি উঠিল। ...গোটেই গাটোতে যেন এটা পোৰণি। অন্তৰত অপমানৰ গ্লানি। ...প্ৰতিশোধৰ সুযোগ চিন্তা কৰিয়েই যেন বিছনা খনত জয়ন্তী আকৌ দীঘল দি পৰিল।...



বকৰা সকলৰ ঘৰলৈ মিষ্টাৰ চক্ৰৱৰ্ত্তী প্ৰথমে অহা নাছিল। কমলা অকলেই অহা-যোৱা কৰিছিল। কিন্তু বুঢ়া বকৰা ঢুকাবৰ দিনা আন আন ওচৰ-চুবুৰীয়াৰ লগত মিষ্টাৰ চক্ৰৱৰ্ত্তীও বকৰা সকলৰ ঘৰত উপস্থিত হৈ দুখ প্ৰকাশ কৰি সমবেদনা জনালেহি।... মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ ব্যৱহাৰত, অমায়িকতাত সকলোৱেই মুগ্ধ হল।...

এদিন সন্ধিয়া পৰত কমলাৰ লগত মিষ্টাৰ চক্ৰৱৰ্ত্তী জয়ন্তী

হতৰ ঘৰত উপস্থিত হলহি।... ইয়াৰ আগেয়ে দুয়ো এইদৰে লগ হোৱা নাই। হঠাৎ ভেগুলোকক একেলগে দেখি ক্ষন্তেকলৈ যেন জয়ন্তী বিব্ৰত হৈ পৰিল। · আগেয়ে কমলা অকলে আহে, ভিতৰত বহেহি, তিৰোতা মানুহৰ লগত কথা পাতে। কেতিয়াবা বহে চকীত, কেতিয়াবা মুঢ়াত, কেতিয়াবা জয়ন্তীৰ লগত বিছনাত, একো ঠিক নাই।.. কিন্তু আজি মিষ্টাৰ চক্ৰৱৰ্ত্তীক ক'ত বহিবলৈ দিব ভাবি জয়ন্তী নিৰুপায় হল।...

মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ নিজৰ ঘৰত ড্ৰইংৰুম, ইলেকট্ৰিক লাইট, ফেন, দামী পৰ্দ্দা, চকুত লগা আছবাব পত্ৰ, চকী, মেজ, খাট-পালেং, আলমাৰি, অৰ্গেন, ৰেডিঅ'। ... .. ...

লৰালৰিকৈ মলি লাগি ক'লা পৰা কাঠৰ পুৰণি চকী দুখন জয়ন্তীয়ে বিচ্ছেই টানি আনি ওচৰৰে খোটালী এটাত ভেগু-লোকক বহিবলৈ দিলে।

...ভিতৰত কেৰাচিন তেলৰ এটা লেম। চিমনিটোৰ ভিতৰখন ধোঁৱা লাগি ক'লা হৈ পৰিছিল। ভালকৈ পোহৰ নিদিয়ে।... চুক এটাত কেইটামান চাৰি, কিছুমান বৈলা পাচি থৰাহি। বেৰত কেইখনমান ফটা কাপোৰ, এটা পুৰণি ছাতি।.. খোটালীটো যে আচলতে ইমান আবৰ্জ্জনাময় হৈ আছিল, জয়ন্তীয়ে জনা নাছিল। নিজৰ নিঃকিনতাৰ কাৰণে লাজত জয়ন্তীৰ মৰা যেন লাগিল।...

"সেউতা দুকুৰাৰ পিছৰে পৰা এটা নহয় এটা কিবা অথন্তৰ লাগিয়েই আছে। ঘৰদুৱাৰবোৰ ঠিকঠাক কৰি লবই পৰা নাই।... আপোনালোকক ইয়াত বহিবলৈ দি মই বৰ বেয়াই পাইছো।..."

"ইট ইজ নাথিং। বেয়া পাবৰ কোনো কথা নাই। আপুনি

দিছায়ে অশান্তি নকৰিব।"

মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে জয়ন্তীক উৎসাহিত কৰিলে।

"আমাৰ শোৱা খোটালীটোলৈকে বলক। ইয়াতকৈ ভাল হব।"

জয়ন্তীৰ কণ্ঠস্বৰত নিঃসহায়ৰ যেন এটা বিননি।

"নালাগে দিয়া, ইয়াতেই হব।"

ঘনিষ্ঠতা বাঢ়ি উঠাৰ লগে লগেই কমলাই জয়ন্তীক তুমি-তুমা কৰিয়েই সম্বোধন কৰিছিল।

"উপেন বৰুৱা ঘৰত নাই নে কি?"

প্ৰশ্নটো কৰি উঠিয়েই মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে জয়ন্তীৰ মুখলৈ চালে। ধুনীয়া মুখখন চকুত পৰিল।

"মোজাত আছে। টকা তুলি শেষেই কৰিব পৰা নাই।"...

"চাহ অলপ আনো?"

এবাৰ জয়ন্তীয়ে কথাৰ মাজতে প্ৰস্তাব কৰিলে।

"থাওক নালাগে, বাতি হল।"

বহাৰ পৰা কমলা থিয় হল।

"উঠক যাওঁ।"

কমলাৰ নিৰ্দ্দেশলৈকে যেন মিষ্টাৰ চক্ৰবৰ্ত্তীয়েও বাট চাই আছিল। বহাৰপৰা মিষ্টাৰ চক্ৰবৰ্ত্তীও থিয় হল।—

"এইদৰে হঠাৎ আপুনিও গুলাবহি বুলি ভাবিবই পৰা নাছিলো। আমাৰেই ভাগ্য।"

চকুত এটা কটাক্ষ দৃষ্টি, মুখত মিচিকিয়া হাঁহি।—

"মোৰো ভাগ্য কম নহয়। আজি আৰম্ভহে কৰিলো। পিছত মাত্ৰ আমনি নাপাব। ..থেঙ্কইউ।"

মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ মুখেদি এটা হাঁহি বিৰিঙি উঠিল। জয়ন্তীৰ ফাললৈ চাই এযোৰ তীব্ৰ চকু থিৰ হৈ বল। জয়ন্তীয়ে নিজৰ চকুযুটা আঁতৰাই আনিলে। ··কমলা আৰু মিষ্টাৰ চক্ৰৱৰ্ত্তী লাহে লাহে খোটালীটোৰ পৰা বাহিৰ হৈ গল।



দেউতা'ক চুকুৱাৰ পিছৰে পৰা উপেনৰ মন বেয়া। —নানা সাংসাৰিক লেঠাৰ বাহিৰেও যৌতাৰ লেঠাই আছিল সকলোতকৈ ডাঙৰ। বায়তৰ আৰ্থিক অৱস্থা বেয়া, ফচল পোৱা নাই। চৰকাৰৰ খাজানা এতিয়াও বহুত বাকী।

দেউতাকৰ লগে লগেই ঘৰখনৰ নীতি-নিয়মবো বহু সালসলনি ঘটিল। পুৰণি নীতি-নিয়ম উপেনে বক্ষা কৰিব নোৱাৰিলে।···

আৰ্থিক অসমৰ্থতাৰ বাবেই নগেনৰ দায়িত্ব কিৰণক দিব লগা হল। লগত গল নবীনৰ মাক। কিন্তু উত্তৰ অহা নাই। শেষত কিৰণলৈ জয়ন্তীয়ে চিঠি দিলে। চিঠিৰ উত্তৰ নাহিল। ···জয়ন্তীয়ে উপেনক খং কৰিলে। কিন্তু কোনো বাদানুবাদ নকৰি উপেন মনে মনে বল।...

উপেন ঘৰত আছিলহি। কেইদিনমানৰ কাৰণে মাত্ৰ আকৌ যাব। সেইদিনা কাছাৰিৰ পৰা উভতি আহি উপেন পিছফালে বহি আছিল। ওচৰত জয়ন্তী থিয় হলহি।

"আপোনাক কোৱাই নাই। সিদিনা কমলা বাইদেউৰ

লগত ভেঙৰ গিৰিয়েক অনীল চক্ৰৱৰ্তীও আহিছিল। বহিবলৈ দিবলৈ ঘৰত এডোখৰ ঠাই নাই। লাজত মোৰ নাক কটা যেন লাগিল। কাণ ভঙা, ঠেং ছিঙা চকী দুখন যেনেতেনে টানি আঁজুৰি আনি সেই গুদামটোতে বহিবলৈ দিলো। ইফালে ঢাৰি, সিফালে পাচি, বেৰত ফটাকানি, ভিতৰত ভেকেটা ভেকেট গোন্ধ। ··মোৰ মৰাৰ নিচিনা লাগিল। ভেঙলোকৰ নিচিনা মানুহ যে আমাৰ ঘৰলৈ আহিছে আমাৰ পক্ষে গেয়ে বৰ ডাঙৰ কথা।”

মনে মনে শুনি বল। কথা কেইটাৰ উপেনে কোনো উত্তৰ নিদিলে। ··জয়ন্তী উত্তেজিত হৈ উঠিছিল।—

“লোকৰ ঘৰে ঘৰে ইলেকট্ৰিক লাইট, ফেন, বহুবিধ নানা সৰঞ্জাম। ড্ৰইংৰুম, ৰেডিঅ'ৰ কথাই নকওঁ। আৰু আমাৰ? কাণ ভঙা চকী দুখন মান। লাজেই লাগে।...”

“দেখা, এই সকলোবোৰৰে মূলতে টকা। —টেটুলৈকে ধাৰ।...”

জয়ন্তীৰ পক্ষে কথাকেইটা অসহ্য হৈ উঠিল।—

“ইমানবোৰ মাটি কেলেই? তাৰে কিছুমান বেচি দিলেই হয় দেখোন।” ··

“কোৱা সহজ। ইমান সৰবলিৰি কিয়? কিছুদিন ৰোৱাছোন। খাজানাই আজিলৈকে আদায় কৰিব পৰা নাই।...”

“খাজানাৰ কথা মোক শুনাব নালাগে। মাটি বেচি হলেও টকা যোগাৰ কৰক। মোক টকা লাগে। আপুনি যদি মাটি নেবেচে মই বেচিম।”

উপেন বহাৰ পৰা থিয় হৈ বাহিৰৰ ফালে ওলাই গল।...

জয়ন্তী ক্ষান্ত নহ'ল। শেষত, মৌজাদৈ উভতি যোৱাৰ আগতে এদিন পিতৃ-পিতামহৰ দিনৰ অতি যত্নেৰে ৰক্ষা কৰা মাটি এডোখৰ বেচি উপেন ঘৰলৈ উভতিল। কষ্ট-পীড়িত, ম্লান এখন মুখ।...

জয়ন্তী আগবাঢ়ি আহিল।

"কিমান পালে, চাওঁ?"

উপেনে কোনো উত্তৰ নিদিলে। কিন্তু তাৰ কাৰণে জয়ন্তী অলপো নিৰুৎসাহিত নহ'ল।—

"অনাৱশ্যকীয় মাটি ৰখাই কি হ'ব, ভালেই হ'ল।"

খাজানাৰ বাকী থকা কিস্তি এটা এই টকাৰ ভিতৰৰ পৰাই পৰিশোধ কৰাৰ কথা উপেনে ভাবিছিল। কিন্তু মুখ ফুটাই কৰলৈ সাহ নহ'ল। জয়ন্তীৰ মন্তব্যটোও ভাল নালাগিল। কিন্তু প্ৰতিবাদ কৰাৰ সাৰ্থকতাও নেদেখিলে। শেষত দুখেৰেঙ্গাৰে অভিভূত হৈ গোটেই খিনি টকা জেপৰ পৰা বাহিৰ কৰি আনি ওচৰত থকা বিছনাখনলৈ দলি মাৰি দিলে।—

"মোক শান্তি লাগে। তাকে বিচাৰিয়েই পিতৃ-পিতামহ দিনৰ মাটিকে বেচিলো। মোৰ টেটুৰ গুৰিলৈকে ধাৰ। কিন্তু শান্তি বিচাৰি ধাৰ পৰিশোধ কৰাৰ কথাও মই পিছ কৰিলো। মোক আৰু আগলৈ যেন জুলুম নকৰা। এতিয়াই যথেষ্ট হৈছে। এই টকাৰে ড্ৰইংৰুম কৰা, ঘৰ সাজা, পোছাক কিনা, দলিয়াই পেলোৱা, তোমাৰ ইচ্ছা। মই কোনো প্ৰতিবাদ নকৰো। মোক আৰু কথা শুনাবা।"

কথাকেইটা শেষ কৰিয়েই খোটালীটোৰ পৰা উপেন বাহিৰ হৈ গ'ল। কিন্তু কাণত পৰিলহি—

"বাৰান্দাতে বহক গৈ। মই তাঁলৈকে চাহ-জলপান লৈ যাম। পাকঘৰলৈ যাব নালাগে।..."

জয়ন্তীৰ ঐকান্তিক অনুৰোধ। কিন্তু উপেন বাৰান্দালৈ নগল। ...এখোজ দুখোজ কৰি আগবাঢ়ি ওলাই গৈ আলি পালেহি।...

উপেনৰ লগে লগেই জয়ন্তী খোটালীটোৰ পৰা ওলাই নাহিল। জয়ন্তীৰ দৃষ্টি আছিল বিছনাখনৰ ওপৰত পৰি থকা টকাখিনিৰ ওপৰত।.. উপেন বাহিৰ হৈ যোৱাৰ লগে লগেই বিছনাখনত বহি একান্ত মনে জয়ন্তীয়ে টকা থিনি লেখিবলৈ আৰম্ভ কৰিলে।...



আলোচনাটো প্ৰথম আৰম্ভ হয় অলকা বৰুৱাৰ ড্ৰইংৰুমত। উচ্চ পদস্থ ধনী ৰাজকৰ্মচাৰীৰ সুন্দৰী ভাৰ্য্যা। সহজে সহৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰে।.. সামাজিক প্ৰতিপত্তি, মাজিত ৰুচি, আধুনিক শিক্ষা, দেহভৰা যৌবন, একোৰে অভাব নাই। সাধাৰণতে মানুহৰ যি কাম্য সকলোৱেই আছে।

মহিলা সমাজত অলকা বৰুৱা বহুতৰে আদৰ্শ। জীয়াৰী, বোৱাৰী, স্কুল-কলেজৰ ছাত্ৰী সকলোৱেই যেন তেওঁৰ একান্ত ভক্ত, গুণ-মুগ্ধ। সুবিধামতে আবেলি-গধূলি ফুৰিবলৈ আহি কেবাগৰাকী মহিলাও অলকা বৰুৱাৰ ঘৰতে বহেহি। প্ৰশস্ত ড্ৰইংৰুম। সেই অনুপাতেই সাজ-সজ্জা, সুখ-সুবিধা, বহিবৰ ব্যৱস্থা। লগতে নানা গল্প, হাঁহি-ধেমালি। চাহ-বিস্কুট, কেক, ভজি, চকলেট, ছুপিয়া,

চানাচুৰ প্ৰভৃতিও হল অপৰিহাৰ্য্য অঙ্গ বিশেষ।… লাহে লাহে সংখ্যা বাঢ়ি উঠি কোনেও গম ধৰিব নোৱাৰাকৈয়ে অলকা বৰুৱাৰ ঘৰখন মহিলাসকলৰ আবেলি গধূলি জিৰণি লোৱা এখন ঠাই হৈ পৰিল। প্ৰায়বোৰ কথাবতৰাৰ, আলাপ-আলোচনাৰ অলকা বৰুৱা নিজে কেন্দ্ৰ হোৱাত তেওঁ কোনোদিনেই বিৰক্তি বোধ নকৰিলে।— কিন্তু মহিলা সকলৰ দুই একে একেঘৰ মানুহৰ ঘৰতে প্ৰতিদিন এই দৰে বহি "আড্ডা" দিয়াত আপত্তি কৰিলে —

"একে ঠাইতে আমি সদায় কিয় বহো? এডোখৰ নিৰ্দ্দিষ্ট ঠাই ঠিক কৰি লওঁ, সদায় তাতেই গোট খামহি।…"

মনোৰমাৰ প্ৰস্তাৱ। লগে লগেই সমৰ্থন কৰিলে মণিকাই।—

"আমি এঠাইতেই নবহি, আজি এই ঘৰ, কালিলৈ সেই ঘৰ কৰিও সেখোন বহিব পাৰো। নিৰ্দ্দিষ্ট ঠাই লোৱা টান হব।"

গিৰিজাই প্ৰস্তাবটো সংশোধন কৰিলে। কিন্তু সংশোধনটো সমৰ্থিত নহল। অলকা বৰুৱাই বিৰোধ কৰিলে।—

"গিৰিজাই বুজা নাই। বহুতৰ ঘৰত বহিবলৈকে সুবিধা নহব। কোনো গৃহস্থক আমি আমনি নকৰো। ঘৰ এটাকে বিচাৰক। আৱশ্যক হলে ভাড়া দিমহঁক।"

অলকা বৰুৱাৰ পৰামৰ্শ, আপত্তিৰ থল কোনেও নেদেখিলে। মনে মনে থাকি সকলোৱেই সমৰ্থন কৰিলে।—

"মণিকা"

অলপ পৰৰ পিছতেই অলকা বৰুৱাৰ মধুৰ কণ্ঠ আকৌ সকলোৰে কাণত পৰিলহি। লগে লগেই সকলোৰে দৃষ্টি মণিকাৰ ফালে গল।

"তুমিহে যদি কিবা এটা কৰিব পাৰা…।"

মণিকাৰ দেউতাক ডাঙৰ ঠিকাদাৰ। ধনী বুলি খ্যাতি

আছে ; দান-দক্ষিণাত মুক্ত-হস্ত । ...ঘৰৰ কম্পাউণ্ডটো ডাঙৰ। সুন্দৰ ঘৰ-দুৱাৰ, সেই অনুপাতেই ভিতৰৰ সাজ-সৰঞ্জাম । —মূল ঘৰটোৰ পিছফালে কিছু আঁতৰত একাষে এটা দীঘল ছুচলীয়া বাহিৰা টিনৰ ঘৰ । আগত এখন মুকলি বাহিনি । টোলটো আগুৰি চাৰিওফালে ইটাৰ ওখ এখন পকী দেৱাল । ঘৰটো উদং হৈ এনেয়ে থকা কথা সকলোৱে জানে । —অলকা বৰুৱাই মণিকাক মাত দিয়াৰ লগে লগেই সেই ঘৰটোৰ কথা সকলোৰে মনত পৰিল ।

"আমি সুবিধামতে আমাৰ নিজাকৈ এডোখৰ মাটি আৰু এটা ঘৰ কৰি লব পাৰিলেই তোমালোকৰ ঘৰটো এৰি দিম ।..."

মণিকা দেউতাকৰ প্ৰথম সন্তান । বিয়াৰ বয়স হৈছে । কিন্তু উপযুক্ত পাত্ৰৰ অভাৱত বিয়া দিব পৰা নাই । যতে ততে ছোৱালী দিবলৈকো দেউতাকৰ আপত্তি । ...কলেজলৈকো মণিকা অহাযোৱা কৰিছিল । কিন্তু কিছুদিনৰ পৰা পঢ়া-শুনা বন্ধ কৰিছে ।—

"আমাৰ নিজা ঘৰ কৰিব পাৰো বা নোৱাৰো, তোমালোকৰ আৱশ্যক হলেই আমি ঘৰটো এৰি দিম, দেউতাৰাক কবা ।..."

মণিকা নিৰুত্তৰ হৈ ৰল ।

"দেউতাকক ভেঙু কলেই ভালো হব ?"

"লাগে আমি তুপৰাকীয়ানো যাওঁ ।"

"বেয়া নহব ।"

"বেয়া নহব কি, যোৱাই উচিত ।"

"ঠিক কৈছে, যোৱাই উচিত ।"

"এদিন অলকা বৰুৱা, মিহিকা আৰু মনোৰমা গৈ মণিকাৰ

দেউতাকৰ লগত কথা পাতকচোন ।..."

"মোক নধৰিব । মই যাব নোৱাৰিম । মনোৰমা আৰু গিৰিজা গলেই হব । তুয়োজনী মুখৰকা ছোৱালী ।"

নিজে যাবলৈ অলকা বৰুৱাই আপত্তি কৰিলে ।—

সকলো সিদ্ধান্তৰ শেষত সেই দিনালৈ মহিলাসকল প্ৰফুল্ল-চিত্তে ঘৰাঘৰি গল ।......

মণিকাৰ দেউতাকে গোটেই কথাখিনি ধৈৰ্য্যৰেই শুনিলে ।

"ঘৰে ঘৰে বহি ফুৰাতকৈ এডোখৰ নিৰ্দ্দিষ্ট ঠাই হলে অৱশ্যে ভাল হয় ।— সকলোবোৰ আহিব, কথাবতৰা পাতিব, বং-ধেমালি কৰি ঘৰাঘৰি যাব । কাৰো একো হানি-বিঘিনি হোৱাৰ কথা নাই । প্ৰস্তাবটো মই ভালেই দেখিছো ।..."

"আপুনি যদি ঘৰটো দিয়ে হব, নিদিলে আশা নাই ।— আমাৰ লগতে অলকা বৰুৱাও আহিবৰ কথা আছিল, পিছে কিবা অসুবিধাত আহিব নোৱাৰি, আমাকে পঠালে ।..."

"অলকা বৰুৱা তোমালোকৰ লগত আছে বুলি মোক মণিকায়ো কৈছে । অলকা বৰুৱা আছে যদি তোমালোকৰ ক্লাব ঘৰ হবই । নিশ্চিন্ত হৈ থাকা ।—"

"আপুনি ঘৰটো দিলেহে হব, নিদিলে কেনেকৈ হব ? অলকা বৰুৱাই অকলে কি কৰিব ? "

"মোৰটোতকৈ ভাল ঘৰেই পাবা যদি অলকা বৰুৱা এদিন মিষ্টাৰ বৰুৱাৰ লগত ওলাই পাক এটা মাৰে । কোনে ঘৰ নিদিয়াকৈ থাকে চাওঁছোন ।"

মণিকাৰ দেউতাকে হাঁহিবলৈ ধৰিলে ।

"আমাৰ সকলোৰে আপোনাৰ ঘৰটোৰ ওপৰতহে চকু । আনৰ

ওচৰলৈ যাবৰ মন নাই দেখিয়েই আপোনাৰ ওচৰলৈ আহিছো। আপুনি ঘৰটো নিদিলে আমি বৰ বেয়া পাম। ”

নাৰীসুলভ কোমল কণ্ঠৰ নিবেদন। মণিকাৰ দেউতাকৰ হাঁহি উঠিল।—

“বাৰু, বাৰু হব দিয়া। ইমানবোৰ ডাঙৰ ডাঙৰ মানুহৰ ঘৰৰ জীয়াৰী-বোৱাৰীৰ কথা নৰখালে জানো ভাল হব? ”

“আপুনি ঘৰটো দিলেই হল। বাকীবোৰ সুবিধা আমি কৰি লম।”

“ঘৰটো যেতিয়া দিলোৱেই, বাকী খিনি সুবিধাও মযে কৰি দিম যোৱা. ভাবিব নালাগে। মোৰেই নামটো হওক। মিঠাৰ বকৰায়ো গম পাওক। ”

চেক্ চেক্ কৰি হাঁহিবলৈ ধৰিলে। মহিলা কেইগৰাকীয়েও হাঁহিত যোগ দিলে।—

“ঘৰটো লেতেৰা হৈ আছে। চাফ-চিকুণ কৰি দখৰ দিম। চকী-মেজ যি দুই এখন লাগে, মোৰ ঘৰৰ পৰাই হব, ভাবিব নালাগে। ”

মণিকাৰ দেউতাকৰ অমায়িকতাত মহিলা কেইগৰাকী মুগ্ধ হল।... অন্তৰত কৃতজ্ঞতা, মনত অপাৰ আনন্দ লৈ তেওঁলোক ঘৰলৈ উভতিল।......

মহিলাসকলৰ তৎপৰতা প্ৰশংসনীয়। কেইদিনমানৰ পিছত এখন চাহ-মেলেৰে ক্লাবৰ উদ্বোধনী কাৰ্য্য নিৰ্দ্ধাৰিত সময়ত আৰম্ভ হৈ নিৰ্ব্বিঘ্নে সমাপ্ত হৈ গল।— বচা বচা দুই এগৰাকী পুৰুষক নিমন্ত্ৰণ দিয়াৰ কথা কেইগৰাকীমানে ভাবিছিল কিন্তু আন কেইগৰাকীমানে আপত্তি উত্থাপন কৰিলে। সহায়কাৰী

কেইজনমান ডেকাৰ বাহিৰে অন্য কোনো পুৰুষৰ, আন কি মণিকাৰ দেউতাকৰো, 'সেইদিনাৰ চাহমেলত যোগ দিবৰ সুবিধা নহল। ........

চহৰখনৰ জীৱনত এটা নতুন অধ্যায় আৰম্ভ হল। উদ্বোধনী কাৰ্য্য হৈ যোৱাৰ পিছতো চহৰখনৰ ঘৰে ঘৰে আন সকলো কথা তল পৰি ক্লাবৰ কথাই মাত্ৰ আলোচনা হবলৈ ধৰিলে। —পক্ষে, বিপক্ষে দুটা বিৰুদ্ধ মত, এটা সংঘাত।

সভ্যাসকলৰ মাজত উদ্যম, উৎসাহ। ..হাতে হাতে ৰছিদ বহি, সভ্যা ভৰ্ত্তিৰ কাগজ। মহিলা সকল ঘৰে ঘৰে গল। ...কোনোবাই কৰিলে সহযোগ, কোনোবাই আপত্তি। কাৰোবাৰ লগত হল তৰ্কবিতৰ্ক, - কোনোবাই কৰিলে অপ্ৰিয় চুপতি। কিন্তু একেবাৰেই নিৰুৎসাহিত কৰিব নোৱাৰিলে। ক্লাবৰ কাম আগবাঢ়িবলৈ ধৰিলে। ........

সেইদিনা পুৱা দেউতাকৰ নতুন "ডজ" গাড়ী খনত উঠি মণিকা জয়ন্তীৰ ঘৰত উপস্থিত হলহি। লগত মনোৰমা আৰু গিৰিজা। শোৱান খোটালীটোত বহি নতুনকৈ কিনি অনা কাপোৰ এখনত জয়ন্তীয়ে কিবা কাম কৰি আছিল। ওচৰতে বিছনাখনৰ ওপৰত মেলখাই থকা এখন মাহেকীয়া বঙালী কাকত। চিনেমাৰ অভিনেতা, অভিনেত্ৰী সকলৰ বিবিধৰূপত নানা ছবি।

"বাইদেউ"

মণিকাই আৰম্ভ কৰিলে।

"আমাৰ বাহিৰৰ ঘৰটোতে মহিলাসকলৰ কাৰণে এটা ক্লাব খুলিছো। বহুতে সহযোগ কৰিছে। আপুনিও সভ্যা হব

লাগে । · ”

জয়ন্তীয়ে প্ৰথমে একো নুবুজিলে । চকুহুটা থিৰ কৰি মণিকাৰ ফাললৈ চাই বল ।

“সময় আৰেলি চাবি বজাৰে পৰা গধূলিলৈকে । মহিলা মাত্ৰেই সভ্যা হব পাৰে । আৱশ্যকীয় চান্দাখিনি অৱশ্যে দিহে দেই ।...”

“যাকে তাকে সভ্যা কৰাৰ আমাৰ ইচ্ছা নহয় । মহিলা হব লাগিব তেহে ।...”

গিৰিজাই যোগ দিলে ।

“অনুষ্ঠানটো নতুন, পা-পইচা একো নাই । বৰ্ত্তমান দেউতায়ে আৰম্ভ কৰাত সহায় কৰি দিছে । লোকৰ ওপৰত নিৰ্ভৰ কৰি এটা ক্লাব চলিব নোৱাৰে । যি পাৰে চান্দাও দিয়ক, সভ্যাও হওক আৰু লগতে কাক পাৰে আনি দিয়ক ।”

“অ, মই এতিয়াহে বুজিছো । এনেকুৱা কিবা এটা হৈছে বুলি মোক কোনোবাই কৈছিল কিন্তু মই সঠিক হব পৰা নাছিলো । স'চাকৈয়ে তোমালোকে এইটো ভাল কাম হাতত লৈছা । স্ত্ৰী-স্বাধীনতাৰ যুগ, আমি কিয় পিছ পৰি থাকিম ? মই নিশ্চয় তোমালোকৰ লগত সহযোগ কৰিম আৰু যি পাৰো সহায়ো কৰি দিম ।”

মনোৰমাই জয়ন্তীৰ ফাললৈ বহি এৰম আগবঢ়াই দিলে ।

“যি পাৰে চান্দাও দিয়ক, সভ্যাও হওক ।...”

চান্দা আৰু ভৰ্ত্তি মাচুলৰ নিৰিখ দেখি জয়ন্তীৰ মুখ শুকাই গল । আচলতে ইমানখিনি ধন দিবৰ আৰ্থিক অৱস্থা জয়ন্তীৰ

মাছিল।

"চান্দা আৰু ভৰ্ত্তি মাচুলৰ নিৰিখ অলপ বেছি হোৱা যেন লাগিছে। নাই হোৱা নে?"

"সিদিনা আমি আটাইখন বহি ইয়াকেই ঠিক কৰিছো। যি একেবাৰে দিব নোৱাৰে, তেওঁলোকে কিস্তি হিচাবে দিব পাৰে।..."

"চান্দাৰ নিৰিখ বেছি কৰাৰো অৰ্থ আছে। যাকে তাকে সভ্যা কৰাৰ ইচ্ছা আচলতে আমাৰ নাই। ..হাই-ছুছাইতিৰ লেডি সকলৰ কাৰণেহে ক্লাবটো কৰিব খুজিছো। যাকে তাকে নো কেনেকৈ লয়? আমাৰ প্ৰেছিডেণ্ট হল মিছেছ অলকা বৰুৱা, আপুনি চিনি পায়েই। সাজপাৰত তেওঁক বলে পৰা আমাৰ ভিতৰত এজনীও নাই। ...মণিকা ছেক্রেটেৰি।"

"কমলা বাইদেউকো সভ্যা কৰিব পাৰে দেখোন।"

"তেখেতৰ লগত আমাৰ ঘনিষ্ঠতা নাই। বৰকৈ স্থকুৰে, অলপ পিছপৰা।.."

"এই লৈ যাম, মোৰ সৈতে ভাল।"

জয়ন্তীয়ে দায়িত্ব ললে।

"তেন্তে পইচা কেইটাও আনক গৈ আৰু আমাকো কমলা চক্রবৰ্ত্তীৰ তালৈ লৈ বলক।"

পইচা দিবলৈ জয়ন্তীয়ে টান পাইছিল। কিন্তু নিদিও নোৱাৰিলে। ভিতৰলৈ সোমাই গৈ অলপ পৰৰ পিছত গাৰ সাজ-পাৰ সলাই কমলা চক্রবৰ্ত্তীৰ ঘৰলৈ যাবৰ কাৰণে ওলাই আহিল।

"আজি এই খিনিকে দিলো। বাকীখিনি পিছে পৰেহে।..."

"দিব বাক, লবালবিব কথা হোৱা নাই।..."

টকা কেইটা মণিকাই সামৰি ললে।....... মিষ্টাৰ চক্ৰবৰ্ত্তী ঘৰত নাছিল। কমলাৰ ড্ৰইং ৰুমত জয়ন্তীহঁত বহিলহি। কমলা পাকঘৰত আছিল। মানুহ অহা খবৰ পাই ওলাই আহিল। চকু দুটাত ধোঁৱা লগাৰ চিন।

"পাকঘৰত আছিল নে কি ?"

"ভাৰ পৰাহে আহিলো। জয়ন্তী বাতিপুৱাই দেখোন।"

"এওঁলোকে কব।"

আলোচনা আৰম্ভ হল।

"মোক নধৰিব। এইবোৰলৈ যাবলৈ মোৰ সময়েই নাই।"

কমলাৰ সাত্বনয় অনুৰোধ।

"আপোনালোকেই যদি এইদৰে কয়, তেন্তে তিৰোতা মানুহৰ এখন সমাজ কেনেকৈ গঢ়ি উঠিব ? আপুনি আপত্তি কৰাৰ কোনো কাৰণ আমি দেখা নাই।"

গিৰিজাৰ মাতত অন্তৰৰ বিৰক্তি ভাব ফুটি উঠিল।

"কৈছো নহয় স'চাকৈয়ে মোৰ সময়েই নাই। অকল-শৰীয়া মানুহ, তাতে এখন ভাঁতো লগাই লৈছো। আজৰি পালেই কাপোৰকে বওঁ। চাকৰৰ ওপৰত নিৰ্ভৰ কৰি নো ঘৰখন কেনেকৈ এৰি থৈ যাওঁ। তেখেত ঘৰত নাথাকেই। ৰাতি কোন পৰত ঘৰ সোমায়হি ঠিক নাই। সময় পালে কেতিয়াবা জয়ন্তীৰ ঘৰলৈকে যাওঁ। সেয়ে মোৰ ফুৰা। চিনেমা-থিয়েটাৰ বছৰটোৰ ভিতৰত এদিন বা দুদিন, তাকো কেবাদিনৰে পৰা গুণা-গথা কৰিহে। লৰা-ছোৱালী দুটাৰ কথা মই নকওঁৱেই।..."

কমলাৰ আপত্তিৰ কাৰণবোৰ কোনেও সমৰ্থন নকৰিলে।

"বাইদেউ, আপুনি আপত্তি কৰা অন্যায় হৈছে। মই কৰিম কি ?"

জয়ন্তীয়ে প্ৰতিবাদ কৰিলে।

"মোৰ অভ্যাস আপোনাতকৈ কম নহয়। কিন্তু ঘৰখনতকৈ সমাজখন মই ডাঙৰ বুলি ভাবিছো। ত্যাগ নকৰিলে কেনেকৈ হব ? সকলো মহৎ কামৰ গুৰিতে ত্যাগ। তাকে ভাবিয়েই এওঁলোকৰ লগত মই সহযোগ কৰিছো। ... "

জয়ন্তীৰ লগত কমলা একমত হব নোৱাৰিলে। কিন্তু কোনো প্ৰত্যুত্তৰো নিদিলে। জয়ন্তীৰ মুখলৈ চাই হাঁহিবৰ চেষ্টা কৰিলে মাত্ৰ।... নিৰাশ হৈ জয়ন্তীহঁত ওলাই আহিবলৈ বাধ্য হল।...

"মানুহজনী দেখোন কেবা ! গিৰিয়েকৰ দেখোন বিপৰীত ! মিষ্টাৰ চক্ৰৱৰ্ত্তী নো এওঁৰ লগত কেনেকৈ খাপ খাইছে ?"...

মনোৰমাই মন্তব্য কৰিলে।

"খাপো খোৱা নাই, সৰিও পৰা নাই। লাগি আছে।" জয়ন্তীয়ে যোগ দিলে। . .

* * * * *

—দিন আগুৱাই গল। .. ক্লাবলৈ অহা যোৱা কৰি জয়ন্তীৰ ভাল লাগিল। বচা বচা কেইগৰাকীমান মহিলাৰ এখন সমাজ। সকলোৱেই মুকলিমূৰীয়া, স্বাধীন। ...দেখাত সকলোৰে আৰ্থিক অৱস্থা সমান। কোনো কাৰোতকৈ হীন নহয়। সাজ-পাৰ, চলন ফুৰণ, আচাৰ-ব্যৱহাৰ সকলোৰে একে। প্ৰত্যেকৰে ঘৰে ঘৰে চাকৰ, কেচুৱা নবলৈ আয়া, ডাঙৰ যোগাৰ দিবলৈ বামুনি। ...মহিলাসকলৰ বহুতৰ তুলনাত জয়ন্তীৰ আৰ্থিক অৱস্থা কিছু দুৰ্ব্বল হলেও জয়ন্তী নিজে হতাশ নহল। বাকী বোৰৰ দৰেই ক্লাবটো গঢ়ি তুলিবৰ কাৰণে জয়ন্তীও উঠি পৰি লাগিল।...

"শাৰীৰিক পৰিশ্ৰমৰ কাৰণে অলপ খেলাধেমালিৰ ব্যৱস্থা কৰা যোৱা নহব যেন পাওঁ। দিনটো ঘৰত বহি থাকি তাতেই হজম নোহোৱা হৈছে।"

"কেনেকুৱা ব্যৱস্থা নো কৰিব খোজে?"

"টেনিচ, ফুটবল হোৱা টান। ঘৰটোৰ আগত মুকলি ঘাঁহনি ডৰাও আছে। আমি আন নহলেও, অনায়াসে বেদ-মিণ্টনকে খেলিব পাৰো। —আন আৰু কিবা কৰিব পৰা থাকিলে ভাবক।.."

"টেনিচ-ফুটবল টান বুলি নকব। তিৰোতা মানুহ এই বোৰতো পিছ পৰি থকা নাই।"

"এইবোৰৰ কাৰণে আমাৰ অসুবিধা আছে। তিৰোতা মানুহে নোৱাৰে বুলি মই কোৱা নাই।"

"টেনিচ-ফুটবলৰ কাৰণে অৱশ্যে অসুবিধা আছে। বেদমিণ্টন কিন্তু সহজেই হব। কৰ্ট এখন, বাঁহচুঙাল, নেট এখন, ৰেকেট চাৰিখন, কক দুটামান। অলপ পইচাৰ কথা।..."

"জোখ- মাফবোৰ কোনে ঠিক কৰি দিব?"

"এওঁ বৰ কথাটো ভাবিছে! জোখ-মাফ কথাটো নো কি কাম! যেই সেই ডেকালৰা দুটামানক কলেই আনন্দ মনে কৰি দিবহি। মণিকাৰ ককায়েকহঁতেই সেখোন আছে।"

"আজি কালিৰ ডেকা লৰাবোৰ আগৰবোৰতকৈ বেলেগ। আগৰ দিনৰ মানুহ তিৰোতা মানুহ বুলিলেই সাতখাপ বাহিৰ। পিছে সেইদিন কাল আৰু নাই। তিৰোতাবোৰো যে মানুহ, সিইঁতকো যে লেখত লব লাগে সেই কথা আজিকালিৰ ডেকাহঁতে বুজিছে।.."

"ভেন্তে মণিকা আৰু গিৰিজায়ে দায়িত্ব লওক। মণিকা শুনিছা নে নাই?"...

"শুনিছো। আমি কৰ্তন কৰাৰ দায়িত্ব লওঁ। বাকীবোৰ কিনিবলৈ মাত্র পইচাৰ যোগান কৰক।"

"পইচা হব, মন থাকিলেই সকলো হয়।"...

* * * * *

ক্লাব চলিবলৈ ধৰিলে।... টেবুল, চেয়াৰ, তাচ, পাশা, লুডু, খবৰৰ কাগজ, হাৰমণিয়াম, এচৰাজ, বেহেলা, নচেকীয়া কাকত, খেল-ধেমালি, ৰং-ৰহইচ, ক্ৰমে অঙ্গ হৈ উঠিল। মাজে সময়ে হয় চাহ-মিঠাই, আলাপ-আলোচনা, প্ৰস্তাৱ গ্ৰহণ। লগে লগে চলিল সভ্যাৰ সংখ্যা বঢ়োৱাৰ চেষ্টা।... নিয়মিত সময়ত সভ্যা সকল উপস্থিত হয়হি। হাতত বেডমিণ্টন ৰেকেট লৈ যায় কোনোবা, হাতত ভেনিটি বেগ ওলোমাই সুসজ্জিত হৈ যায় আন কিছুমান।...
............কোনোবা অকলে, কোনোবা লগৰে। এটা নতুন কথা। কোনোবাই কৰিলে আপত্তি, কাৰোবাৰ পৰা পালে সমৰ্থন। সভ্যানৈক্যৰ মতভেদিয়েই দিন আগবাঢ়িবলৈ ধৰিলে।...

* * * *

* * *

* *

*

মিষ্টাৰ চক্ৰৱৰ্তী আৰু কমলাৰ লগত জয়ন্তীৰ সৌহাৰ্দ্য বাঢ়ি উঠিছিল। সন্ধ্যাৰ সময়ত কমলাক লগত লৈ মিষ্টাৰ চক্ৰৱৰ্তী প্ৰায়ে জয়ন্তীহঁতৰ ঘৰত উপস্থিত হৈছিলহি।

...জয়ন্তী নিজেও তেওঁলোকৰ ঘৰলৈ যায়; হঠাৎ কেতিয়াবা

কৰবলৈ আহিব নোৱাৰিলে মিষ্টাৰ চক্ৰৱৰ্ত্তী অকলেই ওলাইহি।.. ঘনিষ্ঠতা কৰি উঠাৰ লগে লগেই আজাৰ, পদ্মা, বিশ্ব সকলো কৰি আহিছিল।—

সেইদিনা জয়ন্তীক ঘৰত নাপাই, জয়ন্তীলৈ অপেক্ষা কৰি মিষ্টাৰ চক্ৰৱৰ্ত্তী অকলেই ড্ৰইংৰুমত বহি ৰয়। হাতত এটা চিগাৰেট। ধোঁৱা উৰি আছে। কিন্তু মুখলৈ নিয়া নাই। সন্মুখৰ কেলেণ্ডাৰলৈ চাই কিবা এটা ভাবি আছিল।

"দেউতা দেখোন, কেতিয়া আহিল? আহেদেউ নাই।"

চাকৰ এটা ওলালহি। মিষ্টাৰ চক্ৰৱৰ্ত্তী যেন চক্ খাই উঠিল।—

"বহুতপৰ বহিলো, যাওঁ হবলা।"

"কিয় যায়, দেউতা, বহক।"

"দেউতাৰো নাই হবলা?"

"দেউতা দেখোন মোৰাতেই থাকে।.."

খবৰটো নতুন নহয়। কিন্তু গৃহস্থৰ খবৰ নকৰিলে দেখাত অশোভন হব বুলি ভাবিয়েই প্ৰশ্নটো কৰিছিল।

"আপুনি গলেগৈ আইদেৱে আমাক খং কৰিব।"

নতুন চাকৰ। জয়ন্তীৰ একান্ত অনুগত। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰো ভক্ত, মাজে-সময়ে বক্‌ছিছ পায়।...

অকলে বহি থাকি ভাল নলগা হৈছিল। হাতৰ ঘড়ীটোলৈ চালে। ন বাজি গল। ...মনটো অনিশ্চিত হৈ পৰিল। ওচৰতে থোৱা দামী চিগাৰেটৰ টিনটোৰ পৰা চিগাৰেট এটা উলিয়াই আনি, জ্বলাই হুপিবলৈ আৰম্ভ কৰিলে।..

হঠাৎ এবাৰ বাহিৰৰ পৰা অহা কাৰোবাৰ ভৰিৰ জোতাৰ শব্দ কাণত পৰা মাত্ৰকে মিষ্টাৰ চক্ৰবৰ্ত্তী পোন হৈ বহিল।

"ইস্, আপুনি বহিয়েই আছে? চাহ-তাহ কিবা খালে নে নাই? মোৰ বহুত পলম হল।"

হাতৰ ভেনিটি বেগটো দুয়োটা হাতেৰে বুকুত হেচি ধৰি—ওচৰত জয়ন্তী থিয় হলহি।...

জয়ন্তীয়ে পিন্ধি থকা আজিৰ সাজ-পাৰ আনদিনতকৈ মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে বেলেগ দেখিলে।

গোটেই শৰীৰ ঢাকি পাতল বাসন্তী ৰঙৰ এখন চিফন শাৰী। বাওঁ হাতৰ ঠাৰিত এটা সোণৰ ঘড়ী। কাণত নতুন পেটাৰ্ণৰ দীঘল ডাঙৰ এযোৰ সোণৰ ইয়েৰীং। মূৰটো পৰিপাটি। ধুনীয়া গলধনটো ঢাকি খোপাটো ওলমি পৰি আছে। লিপষ্টিক, কজ্বল চিন নাছিল কিন্তু মুখখনত ব্যৱহাৰ কৰা পাউদাৰৰ গোন্ধ ভেতিয়াও সম্পূৰ্ণ আঁতৰা নাই। . জয়ন্তী খোটালীটোত ভৰি দিয়াৰ লগে লগেই সুগন্ধত গোটেই খোটালীটো মলমলাবলৈ আৰম্ভ কৰিলে।

ইলেকট্ৰিক লাইটৰ পোহৰত অসাধাৰণ ৰূপ ধৰি মিষ্টাৰ চক্ৰবৰ্ত্তীৰ আগত জয়ন্তী জিলিকিবলৈ ধৰিলে। ·ৰূপৰ চমক লাগি মিষ্টাৰ চক্ৰবৰ্ত্তীৰ চকু দুটা ভাপ খাবৰ উপক্ৰম হল।··

জয়ন্তীৰ লগতে সোমালহি এজন হৃষ্ট-পুষ্ট সুশ্ৰী ডেকা। অচিনাকি মুখ, মিষ্টাৰ চক্ৰবৰ্ত্তীৰ ভাল নালাগিল। ·· চকুৰ ওপৰত সোণালী ফ্ৰেমৰ চছমা। গাত আধুনিক ধৰণৰ এটা ছাৰ্ট, ককালত দামী ভেলভেট কাপোৰৰ এটা ক'লা নংপেণ্ট। মূৰ চুলি বেকব্ৰাছ কৰা। ··ডেকাজনৰ ফালে চাই থাকিবলৈ বেয়া পাই মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে মুখখন আঁতৰাই আনি অইন একালে চাই ৰল।··

"মই যাওঁ। আজি অহাৰ সময়তেই কালিলৈকো আহিম। বেদি হৈ থাকিব।..."

"আহিবা। কামটো হাতত ললো যেতিয়া শেষ নকৰাকৈ মাজ বাটতে নো কেনেকৈ এৰা ?"...

ডেকাজন ওলাই গল। জয়ন্তী আৰু ডেকাজনৰ মাজত হোৱা কথোপকথনৰ অৰ্থ মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে নুবুজিলে। এই বিষয়ে জয়ন্তীক প্ৰশ্ন কৰা ভদ্ৰজনোচিত নহব বুলি ভাবিয়েই মিষ্টাৰ চক্ৰৱৰ্ত্তীয়েও মনৰ কৌতুহল দমন কৰিলে।......

হাতৰ বেগটো মেজ এখনৰ ওপৰত নমাই থৈ মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ ওচৰত থকা চকী এখনত জয়ন্তী বহিলহি। মুখত এটা মিচিকিয়া হাঁহি। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ চকুৰে চকুৰে পৰিল।...

"আপোনাৰ আৰ্টিষ্টিক টেষ্ট যে বহুতভকৈ ওখ থাপৰ আজি প্ৰমাণ পালোঁ।"

মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ চকুৰে মুখে হাঁহিৰ এটা আভাস।

"কিহত গম পালে ?"

প্ৰসন্নচিত্তে জয়ন্তীয়ে প্ৰশ্ন কৰিলে।

"আপোনাৰ আজিৰ পোছাকত। ইয়াৰ আগেয়ে ইমান নিখুঁত ৰূপত আপোনাক দেখা মনত নপৰে। এজন মানুহৰ আৰ্টিষ্টিক টেষ্ট বুজিবৰ অভ্ৰান্ত উপায় হল, তেওঁ ব্যৱহাৰ কৰা সাজ-পাৰ। এইটো আচলতে কালচাৰৰ কথা।..."

মিষ্টাৰ চক্ৰৱৰ্ত্তী চোকাখনত আওজি বহিছিল। ভাবাবেশত চকু দুটা যেন আধা জাপ খোৱা।...

জয়ন্তী বিহ্বল হৈ পৰিল। প্ৰত্যুত্তৰ দিবলৈ হঠাৎ কোনো কথা বিচাৰি নাপালে।...

"আপুনি কি দেখিলে কয় নোৱাৰো। কম দামী এখন শাৰী, সাধাৰণ এযোৰ জোতা, সেই ৰকমেই বাকীবোৰো'। বহুতৰ চকুত মোৰ ভেনিটি বেগটো খুব অৰ্ডিনেৰী। ঘড়ীটো অৱশ্যে দামী। কম দামৰ ঘড়ী লব নাপায় বুলিয়েই।... অলকা বৰুৱাক দেখি আপুনি এই মন্তব্য কৰা হলে মই অৱশ্যে মানি লৈছো। কিন্তু মোৰ ক্ষেত্ৰত এই মত সঁচা নহয়।..."

"পোচাক দামী হলেই নহয়। কাপোৰৰ ৰং, ডিজাইন বেয়ে সেয়ে বাচিব নোৱাৰে। এইটো টেষ্টৰ কথা। অকল ৰং-ডিজাইন থাকিলেই নহব, কাপোৰ পিন্ধিবও জানিব লাগিব।......"

"অলকা বৰুৱাক আপুনি নিশ্চয় দেখিছে। তেওঁ কাপোৰ কেনেকৈ পিন্ধে মন কৰিছে নে? তেওঁ কাপোৰ পিন্ধা ধৰণটোৱেই বেলেগ। আজিকালি প্ৰায়বোৰেই তেওঁকেই অনুকৰণ কৰে। নহব নো কিয়? এই বিষয়ে তেওঁ যথেষ্ট চিন্তা কৰে। কিতাপ-পত্ৰ কিনি পঢ়া-শুনা কৰাৰ কথাও জানো।"

জয়ন্তীয়ে মন্তব্য কৰিলে।

"ভেখেতৰ কথা মই আলোচনা কৰা নাই। আপোনাৰ নিজৰ কথাহে কৈছো। সঁচাকৈয়ে আজি আপোনাক বৰ ভাল দেখিছো। মই নিজে শিল্পী নহয়, কিন্তু কোনোৱা আৰ্টিষ্টে আজি আপোনাক পোৱা হলে, আপোনাৰ ছবি এখনকৈ নাথাকিব হেতেন।..."

শিল্প যুৱক নিজৰ প্ৰশংসা অসাৰ ভূমিকাৰ। জয়ন্তীয়ে হাঁহিবলৈ ধৰিলে।

"আপুনি বঢ়াই কৈছে।..."

"বুঢ়েই নহয়।.."

"আইদেউ..."

চাকৰণী এজনী সোমাই আহিল।

"বাপধনে আজি বৰ আৱদাৰ কৰিলে। আপোনাক বিচাৰি কান্দি কান্দি ঠৰ হল। শেষত কান্দি কান্দি শুলেগৈ। পাৰে যদি কিবা খুৱাওকহি।"

অহেতুক জুলুম, একন অনধিকাৰ প্ৰবেশেই নহয়। জয়ন্তীয়ে বিৰক্তি বোধ কৰিলে।

"তইতক ৰখোৱাৰ পৰা মোৰ দেখিছো একো লাভ হোৱা নাই। লৰাটোকে যদি ফুচুলাই ৰখাব নোৱাৰিলি, তেন্তে আন কি কাম কৰিবি?"

চাকৰণীজনী ছোৱালী মানুহ। গৃহকৰ্ত্ৰীৰ খং দেখি ভয় খালে। জয়ন্তীৰ কথাৰ কোনো উত্তৰ নিদি মনে মনে বল।...

"ভাত হল নে, নাই হোৱা?"

জয়ন্তীয়ে প্ৰশ্ন কৰিলে।

"নাই হোৱা।"

"নাই হোৱা?"

মাতটো জয়ন্তীয়ে মিহি কৰি ৰখাব নোৱাৰিলে। হাতৰ ঘড়ীটোলৈ চালে।

"বাজি দহোটা বজাৰৈকে যে ভাত হোৱা নাই, তইঁতে ইমান পৰ কৰিছিলি কি?"

"বজাৰৰ পৰা খুবি আহোঁতেই পলম হৈছে। বহুতো শাক-পাচলি একো নাই।—"

জয়ন্তীৰ খং উঠিছিল।—

"বলে-বলে থাক। একন মই শাহৰি কিতুমান পুহিছো।"

ইমানবোৰ মানুহ থাকোতেও লৰাটো লঘোণে থাকিব লগা হল। পৰ যে পৰ। মাকজনীৰ নিচিনা কেনেকৈ হবিহঁত।...”

ক্ষন্তেকলৈ গোটেই খোটালীটো নিস্তব্ধ হৈ পৰিল। কাৰো মুখত কোনো কথা নাই। চাকৰণী ছোৱালীজনী আঁতৰি গল।

“আমাৰ ক্লাব এটা হোৱাৰ কথা আপুনি জানে নহয়? তালৈ যোৱাৰ এটা নিয়ম কৰিছো। তিৰোতা মানুহক ল'গেও দিয়কছোন। মোৰ নো নিজৰ কিটো আছে! এখন সমাজৰ কথা। দহ-বাৰ গৰাকী মানুহ গোট খাই বং-ধেমালি কৰে, কথা পাতে। চিনাকি নথকাৰ লগত চা-চিনাকি হবৰ সুবিধা'ও হয়। কিন্তু ঘৰৰ অৱস্থা যদি এনেকুৱাই হয়, সেইবোৰলৈ কেনেকৈ যাব? এনে গোলাম হলো নে? এখন্তক ঘৰত নহওঁতেই লৰাৰ লঘোণ হল...।”

জয়ন্তীয়েই নিস্তব্ধতা ভাঙিলে। মিষ্টাৰ চক্ৰৱৰ্ত্তী নিৰুত্তৰ হৈয়ে বল। জয়ন্তীৰ কথাকেইটাৰ সত্যাসত্যই যেন বিচাৰ কৰিছিল।

“কিমান নো ঘৰখনতেই সোমাই থাকিব?”

জয়ন্তী উত্তেজিত হৈ উঠিছিল।

“আমাৰ নিচিনা একোজনী একোজনী তিৰোতাই মতাকো চেৰ পেলাইছে। আগৰ দৰে গেৰাৰী খাটি বোৱাৰী ভাত খোৱা যুগ গৈছে।”

মিষ্টাৰ চক্ৰৱৰ্ত্তী নিমাত হৈয়ে বল। কিন্তু মুখত এটা হাঁহি বিৰিঙি উঠিল। হাঁহিৰ অৰ্থ বুজিবলৈ জয়ন্তীয়ে চেষ্টা নকৰিলে।...

“কমলাবাইদেউৰ ওচৰলৈকো মানুহ আহিছিল। মযো গৈছিলো। পিছে ক্লাবৰ সভ্যা হবলৈ বাইদেৱে আপত্তি কৰিলে।

ঘৰত হেনো অসুবিধা হব। তেখেতৰ নো কি অসুবিধা হব পাৰে, আমি হলে নুবুজিলো।.."

"মই জানো। তেওঁ এইবোৰলৈ নাযায়। মই যেয়া পাওঁ। এসময়ত যুজিলো। পিছে দেখিলোঁ বুজি আচলতে লাভ নাই। আজি কালি এৰি দিছো। সকলোৰ সাত্তাম-পুৰুষীয়া মনৰ ভাববোৰ এড়িয়াও থাকিবা নাই।..."

"সকলোৰ ভাববোৰ সঁচাকৈয়ে এবা টান। —মই নিজেই গম পাইছো নহয়। "

"তেওঁক লৈ মোৰ মক্কিলেই হৈছে। —সি অকণমান দেখিছে। সও যেন নোৱাৰাতহে। মোৰ লগত একেখন গাড়ীতে যায়, অথচ মই গাড়ী চলালে মোৰ লগত ফ্ৰণ্ট ছিটত নবহেহ। লাজ লাগে হেনো। পিছৰ ছিটত অকলেই বহিব।..."

"তেখেত অলপো ফৰওৱাৰ্ড নহয়। লাজটোও বেছি। লৰা-ছোৱালী দুটা আৰু ঘৰখন। আইন চিন্তা আৰু নাই। আপোনালৈ চাই কমলা বাইদেউক লৈ সময়ত আপুনি মক্কিলত পৰা একো আচৰিত নহয়।"

"মক্কিলত পৰিছোৱেই। মোৰ লগৰ বাকীবোৰ অফিচাৰ যেনেকৈ কুৰে, মই নোৱাৰো। সময়ত মই লাজেই পাওঁ। আপুনি বিশ্বাস কৰিব নে, মোৰ বন্ধু-বান্ধৱৰ বহুতৰ লগতেই যে আজিও তেওঁক চিনাকি কৰি দিব নোৱাৰিলো? তেওঁৰ লাজ লাগে হেনো। কিন্তু তেওঁৰ ব্যৱহাৰত যে মই লাজ পাওঁ, সেইটো হলে নুবুজে।..."

মিঃটোৰ চক্ৰবৰ্ত্তীৰ কণ্ঠস্বৰত অন্তৰৰ বিৰক্তি ভাব যেন ফুটি উঠিল।...

"কি কৰিব, এইবোৰ কপালৰ কথা।..."

"ঠিক কৈছে, কপালৰ কথা। কিন্তু ডেকাৰ তুলনাত আপোনাক হলে তাকিম নকৰি মই নোৱাৰিলো। আজি কালিৰ দিনকালৰ লগত সমানে যাব পাৰে বুলিয়েই আপোনাক মোৰ খুব ভাল লাগে।"

মন্তব্যটো শুনি জয়ন্তীয়ে তৃপ্তি বোধ কৰিলে।

"পিছে মোৰ লেঠাৰ অন্ত নাই। আজি মোৰ অৱস্থাটো দেখিলেই নহয়। তাতে কালিলৈ যাত্ৰি গৈছে। এখন সমাজৰ কথা নগৈ নো থাকে কেনেকৈ?"

ডেকাজনক দেখাৰে পৰা ডেউকাৰ বিষয়ে সবিশেষ জানিবৰ কাৰণে মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ কৌতুহল হৈ আছিল।..

"এই ডেকা মানুহজন কোন? মই দেখোন চিনি পোৱা নাই।"

"ইয়াতে থাকে। নাচ-গানৰ মাষ্টৰ। সময়েই নাই, খুব নাম। আমি ছোৱালীবোৰক লৈ ভেৰাইটি শ্বো এটা কৰা কথা ভাবিছো। এওঁৰেই নাচ-গান শিকাইছে। মণিকা আৰু মিছেছ শইকীয়াক গান শিকায়ে আছে। আমাৰ ভেৰাইটি শ্বো হৈ গলেই মস্কো শিকিবলৈ আৰম্ভ কৰিম বুলি ভাবিছো। কেনে হব নে?"

মুখত মিচিকিয়া এটা হাঁহি। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ চকুয়ে চকুয়ে পৰিল।...

"বেয়া? বেয়া হব কিয়? নাচ-গান শিকাৰ বয়স আপোনাৰ এতিয়াও আছে। বুঢ়ী তিৰোতাকে শিকা দেখিছো। বিলাতত বহুত তিৰোতাৰ এইটোৱেই হল উপাৰ্জ্জনৰ বাট...।"...

* * * * *

জয়ন্তীয়ে নিজে আনি মিষ্টাৰ চক্রবর্ত্তীৰ হাতত একাপ চাহ দিলেহি।.........

"মই পৰাপক্ষত অসময়ত চাহ নাখাওঁ। আপুনি দিয়া বুলিহে খালো।.........  ৰাতি হল। মই যাওঁ। কালিলৈ ভেক্সে নাহো, কি কয়?"

"নাহিব কিয়?"

"আপুনি জানো ঘৰত থাকিব?"

"নাথাকিলোৱেই বা! ঘৰখনতো থাকিব! পলম কৰি আহিব। অলপ সময় লাগে বহিবই।..... ......"

"থেঙ্ক ইউ, আহো দেই।"

মিষ্টাৰ চক্রবর্ত্তী বাহিৰলৈ ওলাই আহিল। ...... লগে লগেই বাহিৰত পোহৰ পৰিবৰ কাৰণে চুক এটাত থকা চুইচটো জয়ন্তীয়ে টিপি দিলেহি।......... ...

*  *  *  *  *

সেইদিনা বতৰ ডাৱৰ। কিছু সময়ৰ আগতে এজাক বৰষুণ হৈ গৈছিল। মাজে মাজে দুই-এচাতি চেচা বতাহ, কিছু জাৰৰ ভাব।......

অভ্যাসমতেই যেন দুই এগৰাকীকৈ সভ্যাসকলৰ প্রায়বোৰেই ক্লাবত উপস্থিত হলহি। সকলোৰে শেষত ওলালহি অলকা বৰুৱা। আগে পিছে অলকাৰ পলম নহয়।......

"আজি টাইম ৰখাব নোৱাৰিলে, বাইদেউ। ইউ আৰ লেট। আগলৈ আৰু এনে নকৰিব।..."

মণিকাৰ মাত।

"আজি ফেল মাৰিলো দিয়া। কিবা এটা ৰসাল কথাৰ

মেৰপাকত পৰি সোনকালে আহিবই নোৱাৰিলো। মিটাৰ কাকতিৰ লগত বহিলে গল্পৰ শেষেই নহয়। ইটোৰ পিছত সিটো।...”

“পিছে বসৰ ভাগ এতিয়া আমাক দিব নে নিদিয়ে?”

গিৰিজা ওচৰ চাপি আহিল। লগে লগেই আহিল জয়ন্তী, মনোৰমা, মণিকা। নিজৰ নিজৰ চকী কেইখন টানি আনি অলকা বৰুৱাক আগুৰি আটাই কেইগৰাকী বহিলহি। মিছেছ ভূঞা আৰু মিছেছ শইকীয়া অলপ দূৰত কিবা এটা খেলি ব্যস্ত আছিল।

“বাইদেউ, আমাকো ভাগ দিব। কি কয় অলপ ডাঙৰকৈ কব।

“ডাঙৰকৈ কোৱা কথা নহয়। যদি শুনিব খুজিছাইত ওচৰলৈ আহা। .....”

গোপন কথাৰ মায়াজাল এৰাই আঁতৰি থকা বোধহয়, টান। খেল এৰি মিছেছ ভূঞা আৰু মিছেছ শইকীয়া অলকা বৰুৱাৰ কাষ পালেহি।

সকলোৰে অন্তৰত কৌতুহল, মুখত উদ্বিগ্নতাৰ চিন। অলকা বৰুৱাৰ মুখলৈ চাই আটাই কেইগৰাকী নিৰ্ব্বাক হৈ বহি ৰ'ল। —ভেওঁলোকৰ উদ্বিগ্নতা লক্ষ্য কৰি অলকা বৰুৱাৰ হাঁহি উঠিল।

“পৰ-নিন্দা শুনিবলৈ আটাইখনেই দেখিছো ব্যগ্র। এওঁ-লোকে যে খেলকে এৰিলে। পৰৰ কথা বৰ সোৱাদ, নহয় নে?”

“পৰৰ-নিন্দা, নে জয়-গান, আপুনি দেখোন একোকে কোৱা নাই। আপোনাৰ মুখত পৰৰ গুণ-গৰিমাৰ কথা শুনিবলৈহে আমি আহিছো, নিন্দা নহয়। কি হৈছে কওকছোন, বাইদেউ, পলম কৰিছে কিয়?”

মণিকাই খৰখৰ লগালে।

"তেনেই নাক-কাণ কটা কথা। কবলৈকে মোৰ লাজ লাগিছে। দেশ নষ্ট হল। এই দেশত থাকিব নাপায়।......"

নিজৰ ভাৱত কস্তেকলৈ যেন অলকা বৰুৱা তন্ময় হৈ পৰিল।

"আজি মিষ্টাৰ কাকতি আৰু মিছেছ্ কাকতি আমাৰ ঘৰলৈ আহিছিল। প্ৰায়ে তেওঁলোক আহে। আমাৰ ঘৰলৈ নাহিলে কৰিবলৈ যাবলৈ তেওঁলোকৰ মানুহেই নাই। যাবে তাবে ঘৰলৈ নো যায় কেনেকৈ...............?"

হঠাৎ কথা কোৱা বন্ধ কৰি মণিকাৰ ফাললৈ চালে।

"মণিকা, মনত পৰোতেই কৈ থওঁ। মিছেছ্ কাকতি আমাৰ ক্লাবৰ সভ্যা হওঁ বুলিছে। আজিয়েই আহিলহেতেন পিছে কিবা কাপোৰ এটা বিচাৰি কোনোবা দোকান এখনলৈ যাব লগা হল, আহিব নোৱাৰিলে। এদিন, সোনকালেই যাওঁথন লৈ যাবা। বেছ, আপ-টু-দেট। সংসাৰৰ বহুত খবৰ জানে। তেওঁক ফাঁকি দি সাৰি অহা টান।..............."

"আচল কথালৈ আহক।"

কোনোবা এগৰাকীৰ অসহ্য হৈছিল।

"ৰবাছোন। ইমান অধৈৰ্য্য হৈছা কিয়? মই কৈ যাওঁ নহয়। ........ মিছেছ্ কাকতিৰ পৰাহে আজি কথাটো শুনিলো। প্ৰথমে মই বিশ্বাস কৰিবলৈকে টান পাইছিলো। পিছত মিষ্টাৰ কাকতিয়েও যেতিয়া সমৰ্থন কৰিলে, তেতিয়াহে সন্দেহ দূৰ হল।"

"আপুনি দীঘল কৰিছে, বাইদেউ।"

গিৰিজাই আপত্তি জনালে।

"গিৰিজা অধৈৰ্য্য নহবাছোন। সাৰদা মাষ্টৰণীক খুব চাৰ্টিফিকেট দিছিলা নহয়। ক্লাবৰ সভ্যা হম বুলিও যে নহল, মনত আছে নে নাই?"

"আছে, আছে, কেইদিন ঘূৰালে আমিহে জানো। চাৰ্টিফিকেট কি বুলি দিছিলো পাহৰিলো নহয়, বাইদেউ।"

"শুনা, শুনা, তোমালোকৰ সাৰদাৰ কথা শুনা। আচলতে সাৰদা খুব টেঙৰ। বিয়া, বিয়া কৰি ঘৰতে বুঢ়ী হল। দিওঁতাও নহল, নিওঁতাও নোলাল। বুঢ়া মুখখন পাউদাৰ-ক্ৰীমেৰে লেপি পুচি ডেকা লৰাৰ চকু ৰোৱাকৈ পোছাকটো পিন্ধি, ছাতি ঘূৰাই ঘূৰাই ঢুপৰীয়া যায় স্কুললৈ, শুকান, টোটোৱা পৰা মুখখনৰ আচল ৰূপটো লৈ ঘৰলৈ ঘূৰি আহে আবেলি। বাহিৰ কথা অৱশ্যে জনাবোৰেহে কব পাৰে। আমি হলে একো নাজানো। ...... শুনাত বহুত কথা। সেইবোৰ আলোচনা নকৰাই ভাল। আলিয়েদি যায়, আলিয়েদি আহে কিন্তু চকু আলিবাটত নাথাকে। কাক বৰশীত লগাব পাৰে সেইটোৱেই তাইৰ চিন্তা। চকু ঘূৰিয়েই আছে। এবাৰ ইফালে, এবাৰ সিফালে। পিছে, চকু থকা কোনো মানুহকেই তাই বৰশীত লগাব নোৱাৰিলে। ..... ডেকা লৰাক হাত কৰিবলৈ হেনো জাপে জাপে চিঠি। কাৰোবাক দিলে বিয়াৰ প্ৰস্তাৱ, কাৰোবাক হিয়া-ভঙা হুমুনিয়াহ, কাৰোবাক প্ৰেম কাৰোবাক দেখুৱালে আত্ম-হত্যাৰ ভয়। দুই একক ৰোলে পইচাও যাচিলে। অৱশ্যে বিয়াৰ প্ৰস্তাৱ দিহে দেই......।"

"সঁচাই নে? নহয় হবলা।"

জয়ন্তীৰ সন্দেহ হৈছিল। আচলতে গোটেই আলোচনাটো জয়ন্তীৰ ভাল লগা নাছিল।—

"পৰৰ মুখৰ কথাহে মই কৈছো, নিজে কিবা চাই আছিলো নৈগে নে।"

জয়ন্তীৰ মন্তব্যটো অলকা বকৰাই সহিব নোৱাৰিলে।—

"বাধা নিদিব। বাইদেউ, কৈ যাওঁক, শুনি খুব ভাল লাগিছে।"

গিৰিজাৰ অনুৰোধ।

"টকা যচা কথাটো অৱশ্যে ময়ো বিশ্বাস কৰা নাই। মাক-বাপেকৰ অৱস্থা কি জানোৱেই। স্কুল-মাষ্টৰণী এজনীয়ে ইমান-বোৰ টকাই বা পাব ক'ত। যি কেইটা পইচা পায় তাবে ভাইৰ পাউদাৰ-ক্ৰীমৰ, সাজ-পাৰৰ খৰছটোৱেই বাহিৰ হয়নে নহয়, সন্দেহ। এইটো জাল পেলোৱাৰহে কিবা বুদ্ধি যেন পাইছো। কোনোবা জালত লাগেহি যদি লাগকহি! শেষত সেইটোও যেতিয়া নহল, নিজেই বাহিৰ হল। ……ছিঃ, ছিঃ ছিঃ, !……"

অলকাৰ চকুৰে মুখে এটা ঘৃণাৰ ভাব ফুটি উঠিল।—"

"আজি শুনিলো যোৱা ৰাতিৰ পৰা হেনো সাৰদা মাষ্টৰণী ঘৰত নাই। বিচাৰিও কোনো যোৱা নাই। কলৈ গৈছে, কাৰ লগত গৈছে পেটে পেটে সকলোৱেই জানে। মাত্ৰ কথাটো ফাচ কৰা নাই।"

"কাৰ লগত গল?"

অন্তৰৰ উদ্বিগ্নতা বন্ধ কৰি ৰখাব নোৱাৰি কোনোবা এগৰাকীয়ে প্ৰশ্ন কৰিলে।—

"কাছিম খলিফাৰ পুতেক জেনালো হেনো ঘৰত নাই। চাৰিওফালে বু-বু, বা-বা চলিছে।"

মনৰ উলাহতেই অলকাই হাহিবলৈ ধৰিলে। দুই এগৰাকীয়েও

সেই হাঁহিত যোগ দিলে। বাকী সকলৰ মুখতো হাঁহি বিৰিঙি উঠিল।

"জেনাল নো কোন, বাইদেউ ?"

"জেনালক চিনিকে নোপোৱা হলা নে? সেইবাৰ তোমা-লোকৰ বসন্ত উৎসৱ উপলক্ষে হোৱা ভেৰাইটি খোত জেনালেই দেখোন ক্লেৰিয়নেট বজাইছিল। ইমান সোনকালেই পাহৰিলা নে?"

"গিৰিজাই আচলতে পাহৰা নাই, বাইদেউ, পাহৰাৰ ভাও হে ধৰিছে।"

মণিকাই মন্তব্য কৰিলে। গিৰিজাৰ খং উঠিল।

"পাহৰাটো অস্বাভাৱিক নে কি, মণিকা?"

"অস্বাভাৱিক অৱশ্যে নহয়। কিন্তু জেনালৰ দৰে সুন্দৰ শ্ৰী-চেহেৰাৰ মানুহ এটাক সোনকালে পাহৰাও সহজ নহয়। এবাৰ যি দেখিছে সি পাহৰিব নোৱাৰে।....."

"সেই কাৰণেই হবলা তই জেনালক পাহৰা নাই?"

"গিৰিজা, সেইদিনা গ্ৰীণ-ৰুমত জেনালৰ লগত ওহত কেইজনীমানে ফিচিঙা-ফিচিঙি কৰোতে বৰুৱাই গালি পাৱাৰ কথা পাহৰিলিয়েই হবলা?........."

"ফিচিঙা ফিচিঙি মই কৰা নাই, ওহত কেইজনীমানেহে কৰিছিল। তোৰ জেনালটোৰ চেহেৰা মোৰ মনত নাই, তোৰ থাকিব পাৰে।.. . .. ......"

আলোচনাটো অপ্ৰিয় হৈ উঠিল।

"তোমালোক দুয়োজনী দেখিছো কোনোবাখিনি পালাগৈ। চাবা কেচু খান্দোতে যেন সাপ নোলায়।"

অলকা বৰুৱাই বাধা দিলে। ...........গিৰিজা আক

মণিকা মনে মনে বল।

"চুলিয়া চুলি নলগাবা। কথা কৈছো শুনি থোৱা।"

গোটেই খোটালীটো নিস্তব্ধ হৈ পৰিল।

"অকল এইটোৱেই নহয়, সাৰদাৰ হেনো আগেয়েও আৰু বহুত কিবাকিবি গোলমাল। ঘড়ী, সোণৰ চেইন, আঙঠী, কাপোৰ, টেকা লৰাহঁতে সাৰদাক দিয়া নাই নে কি? লাহে লাহে সকলো কথা এতিয়াহে বাহিৰ হব।.........."

"কলৈ গল কিবা শুনিছেনে?"

মিছেছ ভুঞাই প্ৰশ্ন কৰিলে।

"সেইটো কথা কোনে কব।"

"সাৰদা মাহুৰণীৰ বয়সো কমহৈ থকা নাই। জেলালতকৈ ডাঙৰ হব।"

"দুই এবছৰৰ ডাঙৰ-সৰু হয়তো হব পাৰে, বেছি নহয়। পিছে আজিকালিৰ দিনত বয়সৰ কথাটো একো ধৰিব লগা কথা নহয়।... .."

মণিকাই উত্তৰ দিলে।

"মণিকাই দেখিছো বহুত খবৰেই ৰখায়।"

এগৰাকীয়ে মন্তব্য কৰিলে।

"এইবোৰ কথা বিচাৰি ফুৰিব নালাগে। বতাহত উৰি আহে, আকৌ বতাহতেই উৰি যায়।"

সকলোৱে, কথা শুনি হাঁহিবলৈ ধৰিলে।

"বাইদেউ, বাধা বৰুৱাৰ বিয়াখন ভাঙি গল বুলি শুনিছেনে, নাই শুনা? ইও এটা নতুন ডাঙৰ খবৰ।"

"কি কোৱাহে? বিছায়ে কৈছা নে কি?"

"মিছা নহয়। ছোৱালীয়ে বাধা বৰুৱাক বিয়া নকৰাও বুলি অভিভাবকক খাটাং উত্তৰ দিছে।"

"কিয়? ইমান ভাল লৰাটো'ও তাইৰ পছন্দ নহল নে?"

"আচল কথা হল বাধা বৰুৱাৰ উপাৰ্জ্জন খুব বেছি নহয়। দেখিবলৈ অৱশ্যে তেওঁ বৰ ধুনীয়া। কিন্তু অকল ধুনীয়া হলেই জানো হব? তিৰোতাক সুখত ৰাখিব পৰা আৰ্থিক শক্তি'ও হব লাগিব নহয়! পিছে বাধা বৰুৱাৰ হেনো সেইটো নাই। —সেই কাৰণেই ছোৱালীৰো অনিচ্ছা। সিপিনে ছোৱালীয়ে নিজে যাক বিয়া কৰাবলৈ ইচ্ছুক সেই লৰাটোৰ মাক বাপেকৰ হেনো এই জনী ছোৱালী বিয়া কৰাবলৈ আপত্তি, আন ছোৱালীহে বোলে চাইছে।"

"বহুত সময়ত, দেখিছো, মাক বাপেকো বিয়া-বাৰু বিষয়ত আপদহে।....."

গিৰিজাই মন্তব্য কৰিলে।

"থোৱাহে কিহৰ মাকবাপেক আপদ। মাকবাপেকেই যদি নাচায় চাব কোনে?"

মিছেছ শইকীয়াই অভিমত দিলে।

"মুঠতে কথা এইবোৰ একো নহয়। সেই ছোৱালীজনী মূৰ্খ। —উপাৰ্জ্জন কম হল বুলিয়েই বিয়া নকৰাব নে? —ধুনী মানুহ বিচাৰোতে বিচাৰোতে লাগে যদি শেষত বিয়াই, নহবগৈ। কোনোবা দিনা সাবদা-মাষ্টৰণীৰ দৰেই বাত্তি' ঘৰৰ পৰা-নোহোৱা হব। পুৰুষতকৈ কোনো গুণেই তিৰোতা-মানুহ হীন নহয় বুলি মুখেৰে বকি ফুৰিলেই হব নে? প্ৰমাণ কৰি দিব লাগিব। যদি আৰ্থিক অৱস্থাৰ কিবা হীন ডেঙ্কি হয় নিজে গা-খাটি, পৰিশ্ৰম

কৰি পুৰাই লব …… ।”

মণিকাই প্ৰতিবাদ কৰা সুৰত কথা কেইটা কলে। কিন্তু লগে লগেই জয়ন্তীয়ে যোগ দিলে—

“মূৰ্খ বুলি কৈ কোনো লাভ নাই। কাকো দোষো নিদিবা। এইবোৰ আচলতে কপালৰ কথা। গা-খাটি পৰিশ্ৰম কৰিলেও একো নহয়।—”

“আপোনাৰ কপাল-তপালো নহয় দিয়ক। —ছোৱালীবোৰক স্বাধীনতা দিব লাগে। স্বাধীনতা নিদি বহুত বিপদ সমাজলৈ আমি মাতি আনিছোঁ।…… ”

“সাৰদা মাষ্টৰণীয়ে তেন্তে ভালেই কৰিছে, নহয় নে বাইদেউ!”

মণিকাই প্ৰশ্ন কৰিলে।

“সাৰদাৰ কামটো মই নিশ্চয় ভাল বোলা নাই।”

“কিয়নো বেয়া হল? স্বাধীন ভাবে নিজৰ ব্যৱস্থা নিজে কৰি লৈছে, বেয়া কেনেকৈ হল?”

“ৰবা, সাৰদাক আমি কেতিয়াও সমৰ্থন কৰিব নোৱাৰো। তাই গৰ্হিত কাম কৰিছে……।”

“স্বাধীনতাও দিবলৈ বিচাৰিছে আৰু গালিও পাৰিছে। দুয়োটা কথা একেলগে নহয়, বাইদেউ।”

“সাৰদাৰ কথাটো এৰাহে মণিকা। সেই লৰাটোৱে যদি বিয়া নকৰায় তেন্তে এই ছোৱালীজনীৰ গতিটো কি হব?”

মিছেছ ভূঞাই প্ৰশ্ন কৰিলে।

“সাৰদা মাষ্টৰণী হবগৈ, আন আৰু কি হব?”

মনোৰমাই উত্তৰ দিলে। লগে লগেই হাঁহিৰ এটা ৰোল উঠিল।

"সাৰদা মাষ্টৰণীকে অকল ধৰি নাথাকিবাছোন। সিদিনা ছটা লৰাছোৱালীৰ মাক হেমীয়ে কৰিলে কি ? ঘৰ-সংসাৰ, লৰাছোৱালা সকলোকে এৰি থৈ অকণমান লৰা এটাৰ লগত গুচি গল। যেয়ে শুনিছে সেয়ে তবধ মানিছে। গিৰিয়েকেও এসপ্তাহৰ ভিতৰতে আন এজনী বিয়া কৰাই ঘৰ সুমুৱালেহি।"

"সেই জনী এতিয়া ক'ত কিবা শুনিছেনে ?"

"ক'ৰবাত হেনো প্ৰাইভেট নাৰ্চ।"

উত্তৰটো শুনাৰ লগে লগেই সকলোৰেই হো-হো কৰি হাঁহিবলৈ ধৰিলে।—

"পলুৱাই নিয়া লৰাটো গল কলৈ ?"

"সি পলুৱাই নিছিল নে তাক পলুৱাই নিছিল, সেইটো জানো ঠিক হল ?"

অলকাই প্ৰশ্ন কৰিলে, মুখত হাঁহি।

তাকহে নিছিল যেন পাইছোঁ। সিও এৰাই আহিবলৈ চলহে চাই আছিল। এতিয়া হেনো সি ঘৰতে আছেহি। বুঢ়ী এজনী টেটুত বান্ধি লৈনো কিমান দিন থাকিব ?"

জয়ন্তী বহাৰ পৰা থিয় হল। মিষ্টাৰ চক্ৰবৰ্ত্তী ঘৰলৈ আহিবৰ কথা। প্ৰায়ে তেওঁ আহে—।

"যোৱা নে কি ?"

অলকা বৰুৱাই প্ৰশ্ন কৰিলে। লগে লগেই জয়ন্তীয়ে হাতৰ ঘড়ীটোলৈ চালে।

"বহুত ৰাতি হল, ঘৰতো কাম আছে, যাওঁ দিয়ক।..."

"আমি নাযাম নে ? আমাৰ জানো ঘৰ-দুৱাৰ নাই ?"

বহাৰ পৰা অলকা বৰুৱাও থিয় হল। লগে লগেই

বাকীবোৰো খিয় দিলে।—

"বাইদেণ্ট ক্লাব পত্তা আজিহে সাৰ্থক হল।"

"কেনে ?"

"আপোনাৰ গল্প শুনি থাকোঁতেই সময় কেনি গল ভতকে ধৰিব নোৱাৰিলো।...."

"এয়ে ক্লাব-লাইফ। মন খুলি দুটা কথা নিজেও কৰা পৰকো কৰলৈ দিবা। সকলো সমান, সকলোৰে সমান অধিকাৰ।..."

"মণিকা আহিলো। দুৱাৰ-খিড়িকীবোৰ মৰাবা।...গুড নাইট্।...."

খোজ আগ বঢ়াই দিলে।

"গুড নাইট্।"

এক দুই কৰি আটাই কেইগৰাকী বাহিৰ হৈ আহিল। সাধাৰণতে ৰাতি নহয়। ওচৰৰ দুই এগৰাকী খোজ কাঢ়ি গল। কি অলপ দূৰৰ ভেওলোক গল অলকা বৰুৱাৰ মটৰগাড়ীত। অলপ আগলৈকে আনন্দ উৎসবত সজীব হৈ থকা ক্লাব-ঘৰটো আকৌ ক্ষন্তেকতে নিষ্প্ৰাণ হৈ পৰিল।......."

* * * * *

—কেবাদিনো জয়ন্তী ক্লাবলৈ যোৱা নাই। মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে কাৰণটো সুধিলে।... ...

"ক্লাবলৈ যোৱা বন্ধ কৰিলেনে কি ? এই কেইদিন দেখোন ঘৰতেই পাইছোঁ। কিয় ?"

"বন্ধ কৰা নাই, কিবা অলপ অসুবিধাহে হৈছে।..."

"মই হলে আপোনাৰ কোনো অসুবিধা দেখা নাই। ঘৰো চলি আছে সুন্দৰকৈ। কাৰোবাৰ লগত কিবা মত

ভেদ হলহে যেন পাওঁ।”

মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ মুখত হাঁহিৰ আভাস।

“মানুহ বুলিলে মতভেদ আছেই। পিছে ক্লাবত কাৰো লগত মোৰ মতভেদ হোৱা নাই। হলেই বা! নিয়ম মতে ক্লাবত সকলোৰে সমান অধিকাৰ। অৱশ্যে, তাৰ ভিতৰতে উনৈছ-বিছ। দুখীয়া হলেই যেন কুঠীয়া। দামী সাজ-পাৰ, ভাল ঘৰ-দুৱাৰ, মটৰ-গাড়ী, লাহ বিলাহ, এইবোৰেইহে সমাজত আচল কথা। যাৰ এয়ে নাই, তাৰ লেখো নাই। ...সাজ-পাৰ দামী বুলিয়েই কোনোবা গহীন। গিৰিয়েকৰ ডাঙৰ চাকৰীয়াল বুলিয়েই হল কিছুমান গধুৰ। অথচ আমাৰ ক্লাবৰ কোনো এজনীৰে নিজা বুলিবলৈ কোনো কামো নাই, উপাৰ্জ্জনো নাই। সদায় পৰৰ মুখলৈ চোৱা, তাতে ফিতাহি। ইহ, এনে ধনীধন!”

জয়ন্তীৰ চকুৰে মুখে এটা বিৰক্তিৰ ভাব ফুটি উঠিল। মিষ্টৰ চক্ৰৱৰ্ত্তী নিমাত হৈ ৰ'ল।......

“মোক অৱশ্যে আজিলৈকে কোনেও তুচ্ছ-তাচ্ছিল্য কৰা নাই। কৰিলেও মই সহা মানুহ নহয়। বৰুৱাসকলৰ ধন নাথাকিব পাৰে, কিন্তু তেওঁলোকৰ দৰে বংশ-মৰ্য্যদা থকা মানুহেই বা আজিৰ সমাজত কেইঘৰ? সেই হিচাবে কোনো জনীতকৈ মই সৰু নহয়।”

আৰো কিবা এটা ভাবি জয়ন্তী মনে মনে ৰল। মিষ্টাৰ চক্ৰৱৰ্ত্তীয়েও কোনো কথা নকলে। জয়ন্তীৰ কথাকেইটাৰ সত্যা-সত্যকে বিচাৰ কৰি বোধ কৰো, মনে মনে আছিল।

“সমাজত দেখিছো ধনেইহে কথা। যাৰ ধন নাই তাৰ ঠায়ো নাই। বেয়া লাগে। বাকী বোৰৰ দৰে মই আজি পোছাকো মাৰিব নোৱাৰো, মটৰ-গাড়ীও দৌড়াব নোৱাৰো। কাৰণ মোৰ

ধন নাই। সেই দেখি মোৰ মূল্যও নাই। ধন থাকিলেই হল, লাগে লোকক ঠগিয়েই হওক বা ফাঁকি দিয়েই ঘটক ... ...।"

নতুন ভাল সাজ-পাৰৰ অভাৱতেই যে আজি কেইদিন মান জয়ন্তী ক্লাবলৈ যাব পৰা নাই জয়ন্তীৰ মনত পৰিল। কিন্তু নিজৰ নিঃকিনতাৰ কথা মিষ্টাৰ চক্রবর্ত্তীৰ আগত প্রকাশ কৰিবৰ উপায় নাছিল।

"এইটোৱেই হল সমাজৰ বৰ্ত্তমান হাওৱা উপায় নাই।"

"উপায় নাই, মযো বুজোঁ। সেই কাৰণেই ক্লাব-ক্লাবলৈ যোৱা কমাই দিছোঁ। সিদিনা বাকী থকা চান্দা খিনি বিচাৰি গিবিজা আহিছিল। নিদিলোঁ, পিছত দিম বুলি পঠিয়াই দিলোঁ।"

"আপোনালোকৰ থিয়েটৰটো কি হল গৈ? হব নে নহয়?"

"হব হবলা। মই সঠিক কৈ নাজানো। মোকো ভাও লবলৈ কৈছে। মই এতিয়াও কথা দিয়া নাই।"

"নাইছ। আপোনালোক কেই গৰাকী মান নামিলে এটা নতুন কথাই হব। ইউ উইল মেইক হিষ্ট্রি। কিবা উপলক্ষে হব নে, নাই এনেয়েহে কৰিব?"

আলোচনাটোৰ প্রতি মিষ্টাৰ চক্রবর্ত্তীৰ আগ্রহ বাঢ়ি উঠিল।

"প্রস্তাবটো অলকা বৰুৱাৰ। আচলতে উপলক্ষ্য একো নাই। সকলো খৰছ-পাতিৰ পিছত যদি কিবা পা-পইচা বচৈগে, সেইখিনি বান-পানী প্রপীড়িতৰ সাহায্যাৰ্থে দিব। এইটোৱেই কথা। অলকা বৰুৱাৰ প্রস্তাৱ বুলিয়েই সকলোৱে সমৰ্থন কৰিছে। প্রতিবাদ কৰাৰ শক্তি কাৰো নাই।"

"আপুনি সমৰ্থন কৰিলে নে নাই?"

লগে লগেই মিষ্টাৰ চক্রবর্ত্তীয়ে হাঁহিবলৈ ধৰিলে।

"অকলে প্ৰতিবাদ কৰাতকৈ মনে মনে থকাই ভাল।

জয়ন্তীয়ে হাঁহিবলৈ ধৰিলে।

"বুধিয়কৰ কামেই কৰিলে। কাৰণ প্ৰতিবাদ কৰাৰ পিছত, মন থাকিলেও, তাও লব নোৱাৰিলেহেঁতেন।"

হাঁহিৰ এটা ৰোল উঠিল। ... ... ... ... ...

কিন্তু নিমিষতেই অভাৱনীয় এটা অৱস্থাৰ সৃষ্টি হৈ হাঁহিৰ ৰোল অকস্মাৎ বন্ধ হৈ গল। দুয়োৰো চকুত পৰিল , দুৱাৰ মুখত উপেন, লগত এটা মানুহ। ... ... ... ... ...

মিষ্টাৰ চক্ৰৱৰ্ত্তী বিব্ৰত হৈ পৰিল। পলাই আঁতৰি যাবৰ উপায় নহল। হঠাৎ মুখৰ চেহেৰা বিবৰ্ণ পৰি গল। দুয়োটা হাতেৰে ডিঙিৰ পৰা ওলমি থকা নেকটাই ডাল ধৰি তললৈ মূৰ কৰি কিবা এটা চোৰাৰ ভাও ধৰি বহি ৰল। আকস্মিক বিপদৰ সন্মুখত পৰি জয়ন্তী নিজেও ভয়তে যেন কঁপিবলৈ ধৰিলে। লাজৰ ভৰত মূৰটো দোঁখাই গল। ... ... ... ..

মানুহটোৰ কান্ধত ধৰি লাহে লাহে উপেন আগুৱাই আহিল। .. তেল-পানীৰ অভাৱত মূৰৰ চুলিবোৰ শুকান, আউলী-বাউলী। মুখ খন নীৰস। উপেন যে অসুস্থ দেখিলেই সহজে অনুমান হয়।

জয়ন্তীয়ে মাত নিদিলে। কিন্তু মিষ্টাৰ চক্ৰৱৰ্ত্তী মনে মনে ৰব নোৱাৰিলে।—

"আপোনাৰ কিবা অসুখ নে কি ?"

উপেনে উত্তৰ নিদিলে, খোজো বন্ধ নকৰিলে। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ ফাললৈ এবাৰ চালে মাত্ৰ। দুয়োটা চকুৰেদি যেন একুৰা জুই জ্বলি উঠিছিল।

লগৰ মানুহটোৱে উত্তৰ দিলে—

"জ্বৰ। একেটা জ্বৰেই আজি সাতদিন এৰা নাই। ওচৰত ডাক্তৰ কবিৰাজো নাই। সেই দেখি আজি দুখে-কষ্টে যেনে তেনে লৈ আহিলোঁ। দেউতাৰ অহাৰ মন নাছিল। পিছে ভাত নো কেনেকৈ থাকে ... ... ... ?"

উপেনৰ খোজে খোজে আগবাঢ়ি গৈ থাকোঁতেই মানুহ'টোৱে কথাকেইটা কলে। ... ... ... ...

উপেনৰ লগে লগে জয়ন্তী বহাৰ পৰা উঠি ভিতৰলৈ নগল। জয়ন্তী বহিয়েই বল। কিন্তু মিষ্টাৰ চক্ৰবৰ্ত্তী থিয় হল।

"মই আৰু নবহোঁ। আপুনি ভিতৰলৈ যাওক। তেখেতৰো অসুখ। .. ... ... ..."

"ভিতৰত নবীনৰ মাক দেখোন আছেই। যি লাগে সকলো তায়ে ঠিক কৰি দিব। জ্বৰ হৈছে ভাল হব। সকলোৰে জ্বৰ হয়। চিন্তা কৰিব লগা একো হোৱা নাই। ... ... ..."

মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে কোনো প্ৰত্যুত্তৰ নিদিলে। বাহিৰ হৈয়ো নগল। কিবা এটা চিন্তা কৰি থিয় দি বল।

"আপুনি কি ভাবিছে? ঘৰত বেমাৰী আছে বুলি নহাকৈ নাথাকিব।"

"অহা উচিত হব জানো?"

"বেমাৰীৰ ঘৰলৈ জানো মানুহ নাহে?"

"আহে, কিয় নাহিব? পিছে আৰনিহে পাব।"

"আমনি? কেতিয়াও নাপাওঁ। ওচৰ-চুবুৰীয়াৰ বেমাৰ-আজাৰ হলে খা-খবৰ লবলৈ ওচৰ-চুবুৰীয়া যেনেকৈ আহে, আপুনিও সেই দৰেই আহিব। ... ... ..."

"আহিম বাৰু। সময় পালেই আহিম। আপুনি এতিয়া

ভিতৰলৈ যাওক, পলম হৈছে। মই আহিলোঁ।”

জয়ন্তীৰ কোনো প্ৰত্যুত্তৰলৈ অপেক্ষা নকৰি মিষ্টাৰ চক্ৰৱৰ্ত্তী খোটালীটোৰ পৰা বাহিৰ হৈ গল। ... ... ...

* * * *

—কিছুপৰৰ পিছত।.....

উপেনৰ বিছনাখনৰ কাষত জয়ন্তী থিয় হলহি। চকু দুটা মুদি উপেন পৰি বৈছিল। টোপনিত নে, সাৰে আছিল বুজিব নোৱাৰিলে। জয়ন্তীয়ে মাত নিদিলে, মাত দিয়াৰ প্ৰয়োজন নাছিল।

উপেনৰ মূৰটো বিচি শিতানৰ ওচৰত নবীনৰ মাক। ওচৰৰ বেৰখনত আউজি লগত অহা মানুহটো টোপনিয়াই বহি আছে। তাগৰৰ হেঁচাত বোধহয়, ক্লান্ত।........ জয়ন্তীক ওচৰত দেখিও নবীনৰ মাকে কোনো কথা নকলে। —জয়ন্তীয়েও কোনো প্ৰশ্ন নকৰিলে। ......অলপ পৰ থিয় হৈ থকাৰ পিছত জয়ন্তী ওলাই আহিল। উপেন সেইদৰেই পৰি বল।...............

পিছদিনাও উপেনৰ জ্বৰ নেৰিলে। চিকিৎসাৰ বিশেষ একো ব্যৱস্থাও নহল। জয়ন্তীৰ হাতত পইচা নাই। ..... নবীনৰ মাকে মূৰত পানী ঢালিলে; বিচি দিলে, চাগু সিজাই পথ্য দিলে। দিনটো পাৰ হৈ গল।... .....

উপেনৰ অৱৰ খবৰ লবলৈ আগৰ সময়তেই সেইদিনাও মিষ্টাৰ চক্ৰৱৰ্ত্তী উপস্থিত হলহি। জয়ন্তীৰ লগত দেখা হল। উপেনৰ সম্পৰ্কে দুই এটা প্ৰশ্ন কৰিয়েই উপেনৰ ওচৰলৈ বাবলৈ বুলি খিয় দিলে।

“ডেঃখেতক এবাৰ চাই আহোঁ।”

"ব্যস্ত হৈছে কিয় ?"

"নিয়ম। যদি কিবা সহায় কৰিব পাৰো, কৰি দিওঁ।"

"সহায় কৰিব লগা একো হোৱা নাই। নবীনৰ মাক দিনে বা.হৰে লাগিছেই আছে।......"

"বলক।" ...

উপেনক দেখি ৰোগীৰ অৱস্থা সম্পৰ্কে মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে একো নুবুজিলে। ৰোগীক অযথা প্ৰশ্ন কৰা অন্যায়। কিছুপৰ উপেনৰ মুখলৈ চাই থাকি মিষ্টাৰ চক্ৰৱৰ্ত্তী বাহিৰ হৈ আহিল। লগে লগেই জয়ন্তীও বাহিৰ পালেহি।......

"চিকিৎসাৰ কি ব্যৱস্থা কৰিছে ?"

"কি কৰিম। একো কৰা নাই। সাধাৰণ জ্বৰ, দুই এদিনতে এৰিব।...... "

"ডাক্তৰক মাতি এবাৰ দেখুৱাওক।"

"ডাক্তৰক মাতিব লগা বেমাৰ হোৱা নাই। তাতে হাত উদং, পইচা নাই।" শেষৰ কথা কেইটা নিজৰ অজানিতেই যেন জয়ন্তীৰ মুখৰ পৰা বাহিৰ হৈ গল।—

"পইচা নাই ?"......

"হয়, পইচা নাই। কোনো ৰকমে ধাৰবুৰকা কৰি ঘৰ চলাই আছোঁ। খাজানাৰ কিস্তিয়েই আদায় দিব পৰা নাই।...মাটি আছে, বেচিলেও হয়, নেবেচে, মোহ।......"

মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে কিবা এটা ভাবিলে।—

"ময়ে এজন ডাক্তৰ লৈ আহোঁ। আপুনি ভেনেই অকল-শৰীয়া। আপোনালোকৰ নিজৰ কোনোবা আপোন মানুহ থাকিলে খবৰ দিয়ক, অকলে আপুনি কি কৰিব ?"

মিষ্টাৰ চক্রবর্ত্তী ওলাই গল। জয়ন্তী ড্ৰইং ৰুমত ৰহিলহি, ভিতৰলৈ উভতি নগল। ‥‥কিন্তু মিষ্টাৰ চক্রবর্ত্তীক আকৌ উভতি অহা দেখি জয়ন্তী আচৰিত হল।—

"আকৌ দেখোন উভতিল?"

মিষ্টাৰ চক্রবর্ত্তীৰ হাতত এটা টোপোলা।

"আনো-নানোকৈহে আনিলো। আজিলৈকে আপোনাক মই একো এটা প্ৰেজেণ্ট দিব পৰা নাই। মনে মনে বৰ বেয়া পাই আছোঁ।‥‥‥"

"এইবোৰ নো কি আনিলে?"

"শাৰী দুখন আনিছিলোঁ।‥‥‥"

"শাৰী?"

"চিলেক্‌ছন কৰোতে লৰালৰি হল। আজি দিবৰ ইচ্ছাই নাছিল। ভেখেত বৰৰাৰো অসুখ, আপোনাৰো মন বেয়া। কিবাই নিবলৈকো ভাল লগা নাই। আপোনাৰ পছন্দ হয় নে নহয়, চাওকছোন।"

জয়ন্তীৰ ফাললৈ টোপোলাটো আগ বঢ়াই দিলে।‥‥‥

জয়ন্তীৰ চকুৱে মুখে এটা সন্তোষৰ ভাব ফুটি উঠিল।

"এইবোৰ কিয় আনিলে? মোৰ বহুত কাপোৰ আছে। নালাগে, নালাগে, কিবাই দিয়ক টৈগ।"

লগে লগেই টোপোলাটো মেলি শাৰী দুখন পৰীক্ষা কৰিবলৈ ধৰিলে।—

"দেখিবলৈ বোধকৰো বেয়া নহয়, কি কয়?"

"কিয় বেয়া হব। আজিকালি এইবোৰ শাৰীকেই কিছুমানে মেখেলা-চাদৰ কৰি পিন্ধিছে। অলকা বৰুৱাৰ যে এনেকুৱা ধৰণৰ

পাৰী কেইখন আছে তেওঁ নিজেই কব নোৱাৰিব যেন পাইছোঁ। পোছাকত তেওঁৰ লগত ফেৰ মাৰিব পৰা আমাৰ মাজত এজনীও নাই।......"

মিষ্টাৰ চক্ৰবৰ্ত্তী উভতি আলি পালেগৈ। প্ৰসন্ন চিত্তে টোপোলাটো বুকুত লৈ নিজৰ খোটালিটোলৈ বুলি জয়ন্তীও ওলাই আহিল।......

... ... .. ...

উপেনৰ অসুখৰ খবৰ পাই ৰামেশ্বৰ আহিছিল। ঘৰত দায়িত্ব লব পৰা আন ডাঙৰ মানুহ নাই।...... ..

"বউ, উপেনদাদাৰ অসুখ ডাঙৰেই। ডাক্তৰে বিশেষ ভালা-পীৰ দৰকাৰ বুলি কৈছে। মানুহ গৰাকীও বৰ দুৰ্ব্বল হৈ পৰিছে। টকা-পইচা ঘৰত কি আছে, নাই, মই নাজানো। কিন্তু পইচা নহলে বেমাৰী ভাল কৰাও টান হব।......"

"এইবোৰ কথা মোক কৈ নো কি লাভ হব? তোমালোক আছাই, যি হয় কৰা। বেমাৰী দেখিলেই মোৰ নিজৰ গাটোৱেই দেখোন ভয়তে কঁপিবলৈ ধৰে। তাৰেই যি পাৰোঁ ভালাপী কৰি আছোঁ। দেখিছাই নহয়, সেইয়া নবীনৰ মাক দিনে-ৰাতিয়ে লগত লাগিয়েই আছে। মানুহে আৰু কিমান কি কৰিব? টকা পইচাৰ কথা মোক কৈ লাভ নাই। নোখোজাকৈ কোনো দিনেই এটা পইচাও মোৰ হাতত দিয়াহি নাই। মোৰ কি কষ্ট হইছে বুজোঁ। ... ... সেইদিনা মিষ্টাৰ চক্ৰবৰ্ত্তীৰ পৰা ধাৰ কৰিহে ডাক্তৰ আনিব পাৰিলোঁ। ... ... ..."

ৰামেশ্বৰ মনে মনে বল। ... ... জয়ন্তীৰ মুখখনত চকু পৰিল। মুখখন ধুনীয়া, যেন্তুতিবীয়া ক'লা চাঠ চেলাউৰি যোৰৰ

তলব উজ্জ্বল চকু দুটাত দেখিলে বিজুলীৰ নয়ন মুগ্ধকাৰী এটা চঞ্চলতা, যৌৱনৰ অস্থিৰতা। ... ... গোটেই মুখ খনতে যেন স্বাৰ্থপৰতাৰ এটা উলঙ্গ ছাব। ... ৰামেশ্বৰ আঁতৰি গল।... ...

উপেনৰ বেমাৰৰ খবৰ পাই নগেনক লগত লৈ কিৰণ আহিল। ঘৰলৈ উভতি নগৈ উপেনৰ লগতেই ৰামেশ্বৰো লাগি বল। ... ৰোগীক আৰোগ্য কৰিবৰ কাৰণে আৱশ্যকীয় সকলো যত্ন ললে, —ডাক্তৰ, দৰৱ, পথ্য একোৰে অভাব নহল। উপেনৰ ওচৰত দিনে-ৰাতিয়ে বহি বল, কিৰণ, ৰামেশ্বৰ, নবীনৰ মাক। ... জয়ন্তীক কোনো দায়িত্ব নিদিলে। মাজে সময়ে ৰোগীৰ ওচৰলৈ গৈ তালাপী কৰা মানুহক ৰোগীৰ অৱস্থা সম্পৰ্কে দুটা এটা প্ৰশ্ন কৰাৰ বাহিৰে জয়ন্তীৰ আন কাম নাছিল। —কিৰণৰ লগত হলি-গলি ভাবে কথা-বতৰা হবৰ সুবিধা জয়ন্তীয়ে নেদেখিলে। উপযাচি উপদেশ দিবলৈকো জয়ন্তী আগবাঢ়ি নগল। ঘৰখনৰ বাকীবোৰৰ পৰা যেন জয়ন্তী বেলেগ। ... .. ...

আন আন ওচৰ-চুবুৰীয়াৰ দৰেই ৰোগীৰ খবৰ লবলৈ মিষ্টাৰ চক্ৰবৰ্ত্তীও আহিছিল। কেতিয়াবা অকলে, কেতিয়াবা কমলাক লগত লৈ। কমলা ভিতৰলৈ যায়, মিষ্টাৰ চক্ৰবৰ্ত্তী বহে ড্ৰইং-ৰুমত অকলে।

ৰোগীৰ লগতেই কিৰণ ব্যস্ত, সেই কাৰণেই কথা পাতিবলৈ কিৰণৰ সময় কম। ...কমলা আহে, বহে, জয়ন্তীৰ লগতেই ভাল-বেয়া কথা পাতে, দুবৈৰ পৰা ৰোগীলৈ চাই আকৌ ঘৰলৈ উভতি যায়। .....

"কেতিয়াদিনো আহিও আপোনাক মাত এষাৰেই দিব পৰা নাই।......"

এদিন কিৰণৰ লগত মুখামুখি হওঁতেই কমলাই আৰম্ভ কৰিলে।

"উপেনৰ লগতেই দেখোন মোৰ তত নাই, কথা পাতিবলৈ সময় কত? আহিল ভাল পাইছোঁ। বহক গৈ, কথা পতা মানুহ আছে, কথা পাতিবহি।"

কিৰণ নৰল। কমলাও আঁতৰি আহিল। কিৰণৰ কথা-কেইটা যে আচলতে আক্রমণ মূলক কমলাই বুবুজিলে।......

কমলাক আগবঢ়াই দিবলৈ জয়ন্তীও ড্ৰইংৰুম পালেহি। মিষ্টাৰ চক্রবর্ত্তী অকলেই বহি আছিল। কিৰণৰ উপস্থিতিৰ পিছৰে পৰা মিষ্টাৰ চক্রবর্ত্তীয়েও জয়ন্তীক লগ পাবৰ কাৰণে চেষ্টা কৰা নাছিল।.........

হঠাৎ কমলাৰ লগত জয়ন্তীক দেখি উৎফুল্ল হৈ উঠিল—

"হাও লাকি আই এম্। আপোনাক আজিও দেখা নাপাম বুলিয়েই ভাবিছিলোঁ। মোৰেই কপাল ভাল।......"

"আৰু মোৰ নিজৰ?"

হাঁহি হাঁহি জয়ন্তীয়ে উত্তৰ দিলে।.....

"তোমাৰ কপাল নিশ্চয় ভাল, নহলে তেখেত বৰুৱা কেতিয়াও ভাললৈ নাহে।..."

সৰলভাবে কমলাই যোগ দিলে।

'সেইটো মোৰ কপালৰ বলত নহয়, তেখেতৰ নিজৰ কপাল আৰু যন্ত্র-তালাপী কৰি কষ্ট পোৱাবোৰৰ কপাল..... ।"

জয়ন্তীৰ এই উক্তিৰ তাৎপর্য্য তেওঁলোকৰ কোনেও বুবুজিলে।

"যন্ত্র-তালাপী জানো তুমি কৰা নাই, তুমিও কৰিছা।" কমলাই উত্তৰ দিলে।

"আপুনি নহা হল কিয় ?"

মিষ্টাৰ চক্ৰৱৰ্ত্তীক জয়ন্তীয়ে প্ৰশ্ন কৰিলে।

"নই আহিয়েই আছোঁ। আপোনাক অৱশ্যে দেখা দিয়া নাই, বেমাৰীৰ ঘৰ।......"

মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ মুখত হাঁহি এটা ফুটি উঠিল।

"এতিয়া বেমাৰী ভালকৈ আহিছে। কেতিয়াবা আহিলে অনায়াসেই দেখা দি যাব পাৰিব।... ..."

"ইমান লৰালৰি কিয় ? ভেখেতো উঠি লৰি ফুৰিব পৰা হওক।..... "

কিন্তু জয়ন্তীয়ে কোনো প্ৰত্যুত্তৰ দিবলৈ নাপালে। নবীনৰ-মাকৰ মাতটো সকলোৰে কাণত পৰিলহি।

"আইদেউ, বেমাৰীৰ কাৰণে কি কৰিছে আটাইখিনি দেখিয়েই আছোঁ। ঘৰৰ গৃহস্থনীজনী হৈ যদি গৰম পানী এটোপাকো যোগাৰ দিব নোৱাৰে, তেন্তে ইয়াত কোন মৰিবলৈ থাকিব ? সদায় কথাকে পাতি থাকিব নে ?..."

নবীনৰ মাক নৰল। ধুমুহাৰ দৰে আহিল, আকৌ গল। কিন্তু ধুমুহাৰ প্ৰচণ্ড আঘাতত জয়ন্তী মৰাৰ নিচিনা হল।—মিষ্টাৰ চক্ৰৱৰ্ত্তী আৰু কমলা উভয়ে স্তম্ভিত হৈ বজ্ৰাহত মানুহৰ দৰেই জয়ন্তীৰ মুখলৈ চাই ৰল। ...বিবৰ্ণ পৰা এখন মুখ. আকস্মিক আঘাতত বেদনাক্লিষ্ট। মিষ্টাৰ চক্ৰৱৰ্ত্তী আৰু কমলাৰ পক্ষেও গোটেই ঘটনাটো অপমানজনক হৈ দেখা দিলেহি। নবীনৰ মাকৰ লগে লগেই আঁতৰি বাহিৰ হৈ যাবৰ ইচ্ছা হল। কিন্তু জয়ন্তীক অকলে এৰি থৈ যাব নোৱাৰিলে।......

"আৰি যাওঁ, বেমাৰীৰ ঘৰত কথাপাতি থাকিব নাপায়।

দেখাতে বেয়া। ভিতৰত পানী নাই হবলা, নবীনৰ মাকৰ খং উঠিছে, তুমি যোৱা, আমিও যাওঁ।"

মৰ্ম্মাহত জয়ন্তীক স্নেহকোমল মাতেৰে কমলাই নিৰ্দ্দেশ দিলে। কিন্তু জয়ন্তী লগে লগেই আঁতৰি নগল। কমলা নিজেও যাব নোৱাৰিলে।

"মোৰ কথা ভাবি বেয়া পাইছে ছাগৈ, নহয় নে, বাইদেউ? আচলতে নতুন কথা আজি একো হোৱা নাই। সদায় হৈ থকা বোৰেই আজিও হৈছে। অৱশ্য আগে পিছে আন ক'তো এনে ব্যৱহাৰ দেখা নাই বুলিয়েই, বোধহয়, চক খাইছে।—চক নাখাব। মোৰ কাৰণে এইবোৰ ভাত মাছ।......"

"নাই, নাই, আমি একো ভবা নাই। পানী নাপাই নবীনৰ মাকৰ খং উঠিছে। কিনো কথাটো হৈছে।"

"আপুনি নাজানে। নবীনৰ-মাক এই ঘৰৰ বুঢ়ী-বান্দী।—বান্দীৰ কাম হুকুম মানি চলা। তায়ো হুকুমেই মানিছে। তাইৰ ওপৰত মোৰ অলপো খং নাই। ...."

কমলা আৰু মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে জয়ন্তীৰ কথা কেইটাৰ আচল অৰ্থ নুবুজিলে। বুজিবৰ কাৰণেও ব্যগ্ৰ নহল।

"তুমি যোৱা। আমি আহিলোঁ।

কমলাই খোজ আগবঢ়াই দিলে।

"বাইদেউ, শুনক ছোন।"

জয়ন্তীয়ে বাধা দিলে।

"আজি আপোনালোকেও মোৰ লগতেই অপমান পাব লগা হল। মই ঘৰৰ গৃহলক্ষ্মী, বৰ বোৱাৰী। কিন্তু ঘৰখনৰ ওপৰত যেন মোৰ কোনো অধিকাৰেই নাই। কাৰোবাৰ অনুগ্ৰহতহে

যেন মই ইয়াত আছোঁ। মোৰেই কপাল। মোক ক্ষমা কৰিব। আজিৰ কথাৰ কাৰণেই নহাকৈ নাথাকিব। সুবিধা পালেই যেন আকৌ আহে। ইয়াত আৰু থাকিব নালাগে, যাওক গৈ।…”

“আমি একো অপমান পোৱা নাই, জয়ন্তী, আমাৰ কথা ভাবি তুমি অশান্তি নকৰিবা। আমাক কিয় অপমান কৰিব ? আমি একো বেয়া পোৱা নাই। এতিয়াও আহিছোঁ, আগলৈকো আহিম, নহাকৈ থাকিম কিয় ?….”

জয়ন্তীক কমলাই শান্তনা দিলে।—

কথা কেইটা শেষ কৰিয়েই কমলাই খোজ আগবঢ়াই দিলে। লগে লগেই মিষ্টাৰ চক্ৰৱৰ্ত্তীও আগবাঢ়ি গল।… জয়ন্তীয়ে বাধা নিদিলে। কিন্তু ভেওলোকৰ লগে লগেই জয়ন্তী ভিতৰলৈ উভতি নাহিল। ভেওলোক বাহিৰ হৈ আলি নোপোৱালৈকে ভেওলোকলৈ চাই ড্ৰইং কমৰ ভিতৰতে জয়ন্তী থিয় দি ৰল।…



মৰ্ম্মান্তিক অপমানৰ গ্লানিত জয়ন্তী নিৰ্জ্জীৱ হৈ পৰিছিল। মিষ্টাৰ চক্ৰৱৰ্ত্তী আৰু কমলাক বিদায় দি ড্ৰইংকমৰ চকী এখনত বহিলহি। ……নবীনৰ-মাকৰ ব্যৱহাৰ কেতিয়াবা কেতিয়াবা কটু হলেও, অপমানজনক কোনো দিনেই নাছিল। কিন্তু সেই একে নবীনৰ-মাকৰ আজিৰ ব্যৱহাৰ জয়ন্তীৰ পক্ষে অকল যে অপমান জনকেই আছিল এনে নহয়, গোটেই ব্যৱহাৰ টোৱেই সম্পূৰ্ণ অভাৱনীয় এটা ঘটনাৰ আকাৰতেই জয়ন্তীৰ আগত দেখা

দিলেহি। ……নিজৰ ঘৰতেই জয়ন্তী আজি পৰ-মুখাপেক্ষী। ……উপেনৰ বেমাৰৰ খবৰ লবলৈকো যেন জয়ন্তীৰ কোনো অধিকাৰেই নাই। আজিৰ এই অপমানৰ গুৰিতে যে এটা দুৰভিসন্ধি লুকাই আছে, জয়ন্তীয়ে সহজেই বুজিলে। জয়ন্তীৰ দুখ লাগিল। কিন্তু লগে লগেই সেই দুখৰ মাত্ৰা কমলাৰ কথা মনত পৰি তীব্ৰতৰ হৈ উঠিল। সম্পূৰ্ণ নিৰপৰাধী, সৰল চিন্তীয়া এগৰাকী মানুহ। জয়ন্তীৰ চকুৰ আগত, জয়ন্তীৰ নিজৰ ঘৰত, সেই কমলাৰ অপমান নিজ কাণেৰে শুনিব লাগিব বুলি জয়ন্তীয়ে কোনো দিনেই ভাবিব পৰা নাছিল। ·…কমলা আৰু মিষ্টাৰ চক্ৰবৰ্ত্তীৰ প্ৰতি জয়ন্তীহঁতৰ ঘৰখনৰ যেন ঈৰ্ষাৰ এটা ভাৱ, অলপ বিদ্বেষ। জয়ন্তীৰ আলম লৈ ভেওলোককো অপমান কৰিবৰ যেন এটা প্ৰবল আগ্ৰহ। কিন্তু এই মনোবৃত্তিৰ কোনো কাৰণ জয়ন্তীয়ে বিচাৰি নাপালে।…

অকলে বহি থাকি ভাল নলগা হল। ভিতৰলৈ যাবলৈ বুলি এবাৰ থিয় হওঁতেই চকুত পৰিল—বাহিৰৰ বাৰাণ্ডাত মণিকাহঁতৰ ঘৰৰ চাকৰ এটা।…… ..

"কি হল?"

"আইদেৱে পঠিয়াইছে।"

"কিবা কথা আছে নে কি?"

"আজি গধূলা ক্লাবত কিবা মিটিং হব, আপোনাক যেনে তেনে যাবলৈ কৈছে। চিঠিকে দিলেহেতেন, আন মানুহ কেইগৰাকীমান আহিল, চিঠি লিখিবলৈ সময় নাপালে। মুখেৰে কৈ মোকে পঠিয়াই দিলে।…"

ক্লাবৰ প্ৰতি জয়ন্তীৰ মোহ ক্ৰমাৎ কমি আহিছিল। কিন্তু

আজি কিছুদিনৰ পৰা ক্লাবৰ লগত কোনো সম্পৰ্ক নৰখোৱাত এই মিটিঙৰ উদ্দেশ্য কি হব পাৰে ভাবি জয়ন্তীৰ কৌতূহল বাঢ়ি উঠিল।—

"কিহৰ মিটিং কিবা কৈছে নে কি ?"

"নাই কোৱা। থিয়েটাৰৰ মিটিং যেন পাইছোঁ। সেই মানুহ কেইজন পৰাকীৰ লগত থিয়েটাৰৰ কথাকে আইদেৱে পাতি থকা শুনিলো।... ...”... ... ...

চাকৰটোক বিদায় দি জয়ন্তী নিজৰ শোৱনি খোটালীটোত সোমালহি। ..... অলপ আগতে হৈ যোৱা অপ্ৰীতিকৰ ঘটনা-টোৰ স্মৃতি মনৰ পৰা আঁতৰ নৌহওঁতেই এটা নতুন সমস্যা উপস্থিত হোৱাত জয়ন্তীৰ মন চঞ্চল হৈ পৰিল।.... .

কিৰণৰ লগত জয়ন্তীৰ সেইদিনা আৰু দেখা নহল। অপমানৰ তিক্ততাত জয়ন্তীৰ গোটেই দেহ-মন নিৰ্জ্জীৱ হৈ পৰিছিল। ......কোনো কামলৈ, কোনো কথালৈ আগ্ৰহ নোহোৱা হল। .. গোটেই অন্তৰ জুৰি প্ৰতিহিংসাৰ একুৰা জুই, প্ৰতিশোধৰ এটা ভাব।—

কিৰণ অহাৰে পৰা জয়ন্তী নিজেও সাৱধানে চলিছিল। কিন্তু সেই সতৰ্কতা আজি নিতান্ত নিৰৰ্থক হৈয়ে জয়ন্তীৰ আগত দেখা দিলেহি। জয়ন্তীৰ কাৰণে ঘৰখনৰ কোনোৱেই যেন সদয় নহয়।......

সন্ধ্যাৰ লগে লগে ক্লাবলৈ বুলি জয়ন্তী ঘৰৰ পৰা ওলাই গল। কলৈ যায় কাকো নকলে। কাকো মাতো নলগালে। যাবৰ পৰত লৰাটোলৈ চকু ৰখাৰলৈ চাকৰণী ছোৱালী জনীক মাত্ৰ নিৰ্দ্দেশ দিলে। ...গোটেই চিত্তজুৰি এটা অৱজ্ঞাৰ ভাব।...

"জয়ন্তী-বাইদেউ, আজিও আপুনি নাহিব বুলিহে ভাবিছিলোঁ। তেখেতৰ অসুখ ভাল হৈছে নহয় ....?"

জয়ন্তীক দেখিয়েই মণিকাই মাত লগালে।

"তেখেত কিছু ভালৈ আহিছে বুলিহে, নহলে ইয়াত ক'ত দেখিলাহেতেন। আজি প্ৰায় মাহেক খোৱা শোৱাৰ সুখ হোৱা নাই। ভাগ্যে কিৰণ-বাইদেউ আছেহি বুলিহে ৰক্ষা। অকল-শৰীয়া হোৱা হলে আজিও নেদেখা।..."

কিন্তু কথাকেইটা কৈ জয়ন্তীয়ে নিজেই তৃপ্তি বোধ নকৰিলে।....

"আপুনি দেখোন আহিবলৈকে এৰিলে? কি হল?"

অলকা বৰুৱাৰ প্ৰশ্ন। কিন্তু জয়ন্তীৰ হৈ উত্তৰ দিলে গিৰিজাই—

"তেখেতৰ ঘৰত বৰুৱাৰ অসুখ। সময়েই নাই..."

গিৰিজাৰ শেষ নহল।

"বাৰু ৰবাছোন শুনিম। কথা এটা মনত পৰোতেই কওঁ। —তুমিয়ে মণিকাই ফাইনেল খেলৰ দিনা লেডিজ গেটত থাকিবা বুলি আজি মই গেমছ ছেক্ৰেটেৰীক কথা দিছোঁ।— তোমালোক দুয়োজনী সেই দিনা নোযোৱাকৈ নাথাকিবা। মনত থাকিব নহয়?... ... ..."

"লেডিজ গেটৰ কোনো দৰ্কাৰ নাই, বাইদেউ। লেডিজ গেটেদি কোনো নাযায়। বিছাৰে গেট এটা কৰিছে।.. ..."

"সেইটো আমাক নালাগে। যদি কোনোবা যায়?"

"ফুটবল খেল চাবলৈ অহাবোৰ ইমান পিছ পৰি থকা নহয়। তেওঁলোকক বেলেগে লেডিজ গেট নালাগে।......"

"বাক সেইবোৰ কথা এৰিয়া থোৱা। —এখেতৰ কি হৈছিল তাকে কোৱা। কোন বকৰাৰ অসুখ বুলিলা ?"

অলকাৰ কণ্ঠস্বৰত যেন এটা উদ্বিগ্নতা।

"জয়ন্তী বাইদেউৰ·· ··· ।"

"বুজিলোঁ, বুজিলোঁ। —বেমাৰ হোৱা কিমান দিন হল ? মই দেখোন গমেই পোৱা নাই। তোমালোকো ভাল, মকলা কিয় ? খবৰ লবগৈ পাৰিলোহেঁতেন। ছিঃ শুনি বেয়া পাইছোঁ।"

অলকাৰ খেদসূচক কথা কেইটাই জয়ন্তীক অলপো উৎসাহিত নকৰিলে।—······

"হৈছিল কি ?"

"কিবা কিবি বহুত······।"

জয়ন্তীয়ে উত্তৰ দিলে।

"ভাল হৈছে নহয় ?"

"অলপমান ভাললৈ আহিছে।"

"ভাল হব, ভয় নাই। মই আক' আপোনাৰ ঘৰত অসুখ বুলি নাজানো। নহ'লে দেখি ক্লাব এৰিলে বুলিহে ভাবিছিলোঁ।···"

জয়ন্তীৰ ভাল নালাগিল। প্ৰাণ-হীন সমবেদনা। নিতান্ত মৌখিক ভদ্ৰতা। অলকা বকৰাৰ ওচৰৰ পৰা আঁতৰি গৈ আন কেই গৰাকীমানৰ ওচৰত বহিলহি।

"অ', আপুনি দেখোন। আহিবলৈকে এৰিলে।"

"তেখেতক ক্লাবে আমুৱালে যেন পাইছোঁ।"

"আজি কেনেকৈ মনত পৰিল ?"······

জয়ন্তীক লক্ষ্য কৰি চাৰিওফালৰ পৰা নানা প্ৰশ্ন আৰম্ভ হল। কাৰোবাক উত্তৰ দিলে, কাৰোবাক নিদিলে। কিন্তু

গোটেই অৱস্থাটো জয়ন্তীৰ পক্ষে অসহ্যকৰ হৈ উঠিল।... আজি জয়ন্তীয়ে প্ৰথম অনুভৱ কৰিলে—ক্লাবৰ এগৰাকী সদস্যা হলেও জয়ন্তীৰ অনুপস্থিতিৰ কাৰণ জানিবলৈ ক্লাবৰ বাকী সদস্যাসকলৰ কোনোৱেই ব্যগ্ৰ নাছিল। জয়ন্তীক আগুৰি চাৰিওফালে যেন এটা উদাসীনতাৰ ভাব। মাঘৰ পৰা অন্তৰৰ দুখ নিমিষতে যেন বাঢ় উঠিল।

'বাইদেউ, মিটিঙৰ কাম আৰম্ভ কৰক। আজিৰ লগা সকলো খিনি আহিল। জয়ন্তী বাইদেৱেই মাহিব বুলি ভাবাছলোঁ, তেওঁ আহিল যেতিয়া আৰু কোনো বাকী নাই।...'

"আৰম্ভ কৰিলেই হল। মযো আজি সোনকালে ঘৰলৈ যাব লাগে, কাম আছে। কথা আৰম্ভ কৰাই ভাল।"

অলকা বৰুৱাই নিৰ্দ্দেশ দিলে।

"আপুনিয়েই আৰম্ভ কৰক। কিবা কব লগা থাকিলে আমি পিছত কম।......"

মিছেছ ভূঞাই যোগ দিলে।

"আৰম্ভ কৰিবৰ লগা নতুন কথা একো নাই। আপোনালোকে থিয়েটাৰত সহযোগ কৰিব নে নকৰে আৰু কৰিলেও কোনে কোনে ভাও লব তাকে প্ৰদীপ হাজৰিকাই সুধি পঠিয়াইছে। আজি তেওঁলোকৰ কেবাজনো মোৰ তালৈ আহিছিল। দুই একদিনতে হাজৰিকালৈ খবৰ পঠিয়াম বুলি কৈছোঁ। এতিয়া আপোনালোকৰ মতামত দিলেই হল।......"

"আপোনাৰ মতটোকে কওকছোন, আমি শুনো।"

"দিনকাল লৰিছে। লগে লগেই আমিও সলনি হব

হল।" সত্য-ভিবোভাই একেলগে থিয়েটাৰ কৰাৰ নিয়ম আমাৰ ইয়াত আগেয়ে নাছিল। কিন্তু সেই নিয়ম এবিষৰ সময় আছিল। অৱশ্যে এইটো এটা নতুন কথা।"

"নতুন কথা কেনেকৈ হল, বাইদেউ ? ইউৰোপ-আমেৰিকাত এইবোৰ দেখোন হৈয়ে আছে। আমাৰ দেশৰ কলিকতা, বোম্বাইলৈকে নাচায় কিয় ?......"

"ৰবাছোন, গিৰিজা, ৰবাছোন, উৎপাত নকৰিবা। মোৰ কথাখিনি আগেয়ে ধৈৰ্য্যৰে শুনি লোৱা, তাৰ পিছত মতামত দিবা।"

"কওক, কওক, আপোনাৰ মতামত শুনিবলৈকে ব্যগ্ৰ হৈ আছোঁ।"

"দেশৰ হাওৱা বদলিছে বুলি কৈছোঁৱেই নহয়। —আমাৰ দেশ ইউৰোপ-আমেৰিকা অৱশ্যে নহয়। কিন্তু ইউৰোপ-আমেৰিকাই হবলৈ গৈছে। কলিকতা—বোম্বাইত যিবোৰ তিৰোতাই থিয়েটাৰ ভাওনা কৰে সেইবোৰৰ সৰহ ভাগেই পৰমহা খোৱা তিৰোতা। ইয়াত থিয়েটাৰ-ভাওনা কৰি পেট-পুহিব পৰা অৱস্থা এতিয়াও হোৱাহি নাই। কিন্তু সহ-অভিনয় কৰাৰ ভাব লৰা-ছোৱালীহঁতৰ হৈছে। কোনোবা নগলে, কোনোবা যাব। সেই-দেখিয়েই প্ৰদীপ হাজৰিকাই আমাৰ মত খুজিছে। মোৰ মনেৰে যাৰ আপত্তি নাই, তেওঁলোকে সহযোগ কৰা বেয়া নহব, কি কয় ?...... "

"মাছুহে হাঁহিব।"

এগৰাকীয়ে মন্তব্য কৰিলে।

"হাঁহিলে হাঁহিব, কেৰাৰ নকৰিলেই হল।"

আন এগৰাকীয়ে যোগ দিলে।

"আমি সহযোগ কৰিম, বাইদেউ। আমাৰ আপত্তি নাই।"

মনোৰমাই অলকা বৰুৱাক সমৰ্থন কৰিলে।

"তোমাৰ নাই বুজিলোঁ, আনৰ থাকিব পাৰে নহয়।"

"কাৰো নাই, কাৰো আপত্তি নাই, বাইদেউ। আপুনি প্ৰদীপ হাজৰিকাক খবৰ দিয়ক আমি থিয়েটাৰ কৰিম। কোনোবাই আপত্তি কৰিলে কৰক, আমি শুনো।......"

"তেন্তে থাটাং হল? আমাৰ সমৰ্থন আছে বুলিয়েই হাজৰিকালৈ খবৰ দিওঁ, কি কয়?"

"দিয়ক।"

মণিকাই—আকৌ সমৰ্থন কৰিলে।

কেইগৰাকীমান নিকত্তৰ হৈ ৰল। নিজৰ মনটো আচলতে তেওঁলোকে থিৰ কৰিব নোৱাৰিলে। কিন্তু মুখ খোলিও আলোচনাত যোগ দিবলৈ সাহ নকৰিলে।—

এই সিদ্ধান্তৰ পিছত সৰুসুৰা দুই এটা কথাৰ আলোচনা শেষ কৰি সেইদিনালৈ সকলো ঘৰাঘৰি হল। জয়ন্তী ঘৰলৈ উভতিল। —এটা নতুন সমস্যাৰ সন্মুখীন হব লগা হৈ জয়ন্তীৰ গোটেই চিত্ত বিহ্বল হৈ পৰিল। সহ-অভিনয়ত সহযোগ কৰা জয়ন্তীৰ পক্ষে উচিত হব নে নহয়, একো স্থিৰ কৰিব নোৱাৰি ভাবাক্ৰান্ত এটা মন লৈ জয়ন্তী ঘৰ পালেহি।......



অসুখ ভাল হলেও উপেনৰ শৰীৰ দুৰ্ব্বল। বায়ু-পৰিবৰ্ত্তনৰ কাৰণে কোনোবা স্বাস্থ্যকৰ ঠাইলৈ যাবলৈ ডাক্তৰে পৰামৰ্শ দিলে।

—ঘৰৰ পৰা কিছুদিন আঁতৰি থকা কথা উপেনে নিজেও ভাবিছিল। কিন্তু আৰ্থিক অসুবিধাৰ কাৰণে কলৈ যাব একো সঠিক কৰিব পৰা নাছিল।......

সেইদিনা ৰাতিপুৱা চাহ-জলপান খাই উঠি পিছ ফালৰ বাৰান্দা খনৰ হা'ওলা চকী এখনত উপেন বহিলহি। হাতত এখন কিতাপ।—

কৰবাৰ পৰা এবাৰ লৰাটো লৰি আহি উপেনৰ কোলাত উঠি ডুৱোটা হাতেৰে দেউতাকৰ ডিঙিটোত সাবটি ধৰি থিয় হবলৈ চেষ্টা কৰিলে। দুৰ্ব্বল শৰীৰত লৰাটোৰ ধেমালি উপেনৰ পক্ষে কষ্টকৰ হৈ উঠিল। তাক নমাই দিবৰ কাৰণে চেষ্টা কৰিলে। কিন্তু নোৱাৰি উপেনৰ খং উঠিল।

"এইটোক নেহি হঁত অ', মোৰ টেটুত লগাই দিদিবি। সি মোৰ জয়ঘণ্টা লবালে।......"

ওচৰতে কিৰণে কৰবাত কিবা এটা কৰি আছিল। উপেনৰ মাত শুনি ওলাই আহিল।—

"খাইদেউ. এইটোক আঁতৰাই নেছোন। সি যিটো কৰিছেহি, লাগে যদি আকৌ জ্বৰেই উঠক।"

লৰাটোক আঁতৰাই আনিবৰ কাৰণে কিৰণে চেষ্টা কৰিলে। কিন্তু দেউতাকৰ ডিঙিৰ পৰা তাৰ হাত দুটা এৰুৱাই আনিব নোৱাৰিলে। —শেষত কিৰণে যেতিয়া বল প্ৰয়োগ কৰিলে সি কান্দিবলৈ ধৰিলে। তাৰ কান্দোনত উপেনে বিৰক্তি বোধ কৰিলে।—

"এই মানুহবোৰ গল কলৈ? মাই দেখোন, মৰিল নে কি?"

মকা অৰন্তী। —কিমা কামত অৰন্তী ব্যস্ত আছিল।

লৰাটোৱে কন্দা শুনি বাবাজাও উপস্থিত হলহি। কিন্তু লগে লগেই কিৰণৰ তীব্ৰ মন্তব্য কাণত পৰিলহি—

"তোমালোকৰ দেখিছোঁ কোনো কাণ্ডজ্ঞানেই নাই। নিজৰ সুখ-সুবিধাই হল সকলোতকৈ আগ। বেমাৰী মানুহটোৰ গাত লৰাটো এইদৰে লগাই দিব লাগে নে?"

সম্পূৰ্ণ এটা মিছা অভিযোগ। জয়ন্তীক আক্ৰমণ কৰিবৰ কাৰণেই যে কিৰণে কথাকেইটা কৈছে জয়ন্তীৰ বুজিবলৈ বাকী নাথাকিল।—

"দেউতাকৰ ওচৰলৈকো লৰাটো নাযাবনে, বাইদেউ?" জয়ন্তীৰ খং উঠিছিল কিন্তু নিজকে সংযত কৰিবলৈ চেষ্টা কৰিলে।

"পঠিয়াই নিদিলে নাযায়। নপঠিওৱাকৈ আমাৰ লৰা-ছোৱালী যাব নে?"

নিৰ্দ্দয় মন্তব্য। জয়ন্তীৰ পক্ষে খিবেৰে বোৱা টান হৈ পৰিল।

"আপোনাৰ লৰা-ছোৱালী নাযাব পাৰে। আমাৰবোৰ হলে নপঠিয়ালেও যায়। কি কৰিব আমাৰেই দুৰ্কপাল।"

কথাকেইটাৰ সুৰটো কিৰণৰ পক্ষে অসহকৰ হৈ উঠিল।

"জয়ন্তী, এইদৰে কথা কবলৈ তুমি লাজ পাব লাগিছিল। শুনি মোৰেই লাজ লাগিছে, অথচ কবলৈ তুমি লাজ নাপালা। লৰা-ছোৱালীক সুশিক্ষা দিয়াটোও যে মাকৰেই কাম সেই জ্ঞানটোও তোমাৰ নহল।......"

দুজনী তিৰোতা মানুহৰ চুপতি। উপেন বিমোৰত পৰিল। কিন্তু কোনো প্ৰতিবন্ধক জন্মাব নোৱাৰিলে।

"কি কৰিব, আপোনালোকৰেই কপাল। জ্ঞানী হৰ পৰা হলে ভাল আছিল, পিছে নোৱাৰিলোঁ। আমাৰ নিচিনা মানুহৰ

পৰা লাজ-অপমান কিয় বিচাৰিছে, বাইদেউ? সেইবোৰ দেখোন আপোনালোকৰেই একচেতীয়া বস্তু······।”

ইয়াৰ ভিতৰতে জয়ন্তীয়ে চৰ এটা মাৰি উপেনৰ কোলাৰ পৰা লৰাটো নমাই আনিলে। মাকৰ চৰ খাই সিও চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে।

জয়ন্তীৰ উত্তৰ শুনি কিৰণৰ ধৈৰ্য্যৰ বান্ধ ছিগি গল।—

“চুপ থাক নিলাজী। লাজৰ বুজ পোৱা হলে পৰৰ মানুহৰ লগত লেনপেন কৰি মুফুৰ। উপেন কুকুৰ দেখিহে তোক ৰখাইছে। আমাৰ বোৰৰ দৰে হোৱা হলে তোক কেতিয়াবাই উলিয়াই খেদিলেহেতেন।······”

সকলো প্ৰকাৰে কিৰণ সম্ভ্ৰান্ত মহিলা শ্ৰেণী ভুক্ত। উচ্চ-পদস্থ ৰাজ কৰ্ম্মচাৰীৰ পৰিবাৰ; সমাজৰ দহে সম্মান কৰে। কিন্তু কিৰণৰ মুখৰ এই কটু কথা কেইটা শুনি জয়ন্তী মৰ্ম্মাহত হল। আচলতে কিৰণ এনে ধৰণে নীচ হব পাৰিব বুলি কোনোদিনেই জয়ন্তীয়ে ভাবিব পৰা নাছিল। কিৰণৰ কথা-কেইটাই জয়ন্তীক অকল অপমানিতেই কৰি নেৰিলে জয়ন্তীৰ অন্তৰত প্ৰতিশোধৰ এটা ভাবো জগাই তুলিলেহি—।

“খেদা খোৱাৰ ভয় আছে কাৰণেই হবলা পৰৰ মানুহৰ লগত আপুনি লেনপেন কৰা নাই, বাইদেউ? ভয় নথকা হলে ছাগে কথাই নাছিল, নহয় জানো? আমাকো কি জানি চেৰ পেলালেহেতেন······।”

কণ্ঠস্বৰত তীব্ৰতা। দুয়োটা চকু উজ্জ্বল হৈ পৰিছিল। জয়ন্তীৰ বোধ হয়, শেষ হোৱা নাছিল কিন্তু উপেনে বাধা দিলে—

“হৈছে, হৈছে মনে, মনে থাকা। বৰ কথা মাতিব নালাগে।

মোৰ নাক-কাণ কাটিবলৈ একো বাকী ৰখোৱা নাই ....।”

উপেনৰ প্ৰতিবাদ। মাতটো দুৰ্ব্বল মানুহৰ। প্ৰত্যেকটো কথা অয়ন্তীয়ে শুনিলে। কিন্তু কোনো প্ৰত্যুত্তৰ নিদি নবাটো কোলাত তুলি লৈ নিজৰ খোটালীটোলৈ সোমাই বাগৰোঁতেই আকৌ কাণত পৰিলহি—

“ধ, ধ কাপুৰুষ। তোৰ কাৰণেই ভাই ইমানখিনি আগ-বাঢ়িছে। ভয়ে তাইক মূৰত উঠিবলৈ সুবিধা দিলি। যদি ঘৰ ৰখাৰ খুজিছ, বংশৰ মান-সন্মান যদি তোক লাগে তাইক এৰি দি, ভাল চাই আন এজনী ছোৱালী আকৌ বিয়া কৰ। তোৰ ঘৰৰ অৱস্থা দেখি মোৰ থাকিবৰ মন নোযোৱা হৈছে। মই কালিলৈকে যামগৈ, ইয়াত আৰু নাথাকোঁ। জেঠেৰলৈ টেলিগ্ৰাম এখন কৰি দে.....।”

কিৰণ উত্তেজিত হৈ পৰিছিল। অৱস্থা দেখি উপেনে ভয় খালে। কোনো প্ৰতিবাদ নকৰি হাতত থকা কিতাপখনৰ পাত লুটিয়াবলৈ ধৰি মূৰটো তললৈ নমালে।—

উপেনক নিৰুত্তৰ দেখি কিৰণৰ উত্তেজনা বাঢ়ি উঠিল।

“মনে মনে বহি কিয় ?”

কথাকেইটা কণ্ঠত মাতটো সৰু কৰিব নোৱাৰিলে।

“মই কি কৰিম ? এইটো কিবা আজি নতুন কথা হৈছেনে ? তই দেখোন সকলো দেখিয়েই আছ ....।”

“এইক খেদিবিনে, নেখেদ, ক ?”

কিৰণৰ চকুযোৰা চকুৰেদি প্ৰতিশোধৰ একুৰা জুই জ্বলি উঠি উপেনক দহিবলৈ যেন উপক্ৰম কৰিলে। আতঙ্কত উপেনৰ বুকুখন কঁপি উঠিল।......

"মনে মনে আছ কিয় ?"

উপেনৰ নিস্তব্ধতা কিৰণৰ পক্ষে অসহনীয় হৈ পৰিছিল।—

"বাইদেউ, তই এইবোৰ কি কথা কৈছ ? খেদি দিয়া কথাটো ইমান সহজ নে ? ভালে বেয়াই সকলো কথা এতিয়াও মনৰ ভিতৰতে আছে, খেদি দিলে জানো থাকিব ? নতুবা- নিচিন্তাকৈ যেনে তেনে কথাবোৰ নকৰিছোন।"

উপেনৰ কথাৰ সুৰত বিৰক্তিৰ এটা ভাব ফুটি উঠিল।—

আচলতে উপেন নিঃসহায়। কিৰণে বেয়া পোৱা কোনো কাম কৰিবলৈকো সাহ নাছিল। কিন্তু কিৰণক সন্তোষ দিবৰ কাৰণেই এনে এটা গুৰুতৰ কামলৈ আগ বাঢ়িবলৈকো উপেনে সাহ কৰিব নোৱাৰিলে।·······

ভাবৰ উচ্ছ্বাসত আৰু উত্তেজনাত কিৰণ থিৰেৰে বহ পৰা নাছিল। দুয়োটা চকু বুৰাই চকু-লো বাহিৰ হবলৈ ধৰিলে। উপেনৰ কথা কেইটাৰ সত্যতা উপলব্ধি কৰিও কিৰণে নিজকে সংযত কৰিব নোৱাৰিলে।

"তই দুৰ্ব্বল, তই দুৰ্ব্বল, তই কেনেকৈ পাৰিবি ? তই নোৱাৰ, মই জানো।···"

উপেন বহি বল, নিৰ্ব্বাক, নিশ্চল।— কিন্তু কিৰণ নবল। চকু দুটা বোৱাৰি বোৱাৰি উপেনৰ ওচৰৰ পৰা আঁতৰি গল।

কিৰণৰ চকুৰ-পানী দেখি উপেন বিহ্বল হৈ পৰিল। কিৰণক বাত নিদিয়াকৈ উপেন বব নোৱাৰিলে।

"বাইদেউ, তই কান্দিছ কিয় ? তোৰ হল কি ?"

—কিন্তু কিৰণৰ পৰা কোনো উত্তৰ নাহিল।— উপেন হতাশ হৈ পৰিল — কিছুপৰলৈ অৱনিশ্চিত হৈ উপেন বহি বল। —

গোটেই অন্তৰজুৰি অশান্তি, এটা বিৰক্তিৰ ভাব।......

ৰহাৰ পৰা এৰাৰ থিয় হল। কিৰণক বিচাৰি যোৱাৰ কথা ভাবিলে। কিন্তু কিবা এটা চিন্তা কৰি আগ কাললৈ ওলাই আহিল, কিৰণক বিচাৰি নগল।"

ড্ৰইংৰুমটোৰ দুৱাৰমুখত থিয় হলহি। ভিতৰত দামী চকী, মেজ, চোফা, আয়না! বেৰত ফুলৰকৈ সজাই থোৱা কিছুমান দেশী-বিদেশী ছবি। চকুত লগা টেবুলক্লথ, পৰ্দ্দা। এটা এটাকৈ সকলোবোৰলৈ চকু গল। কিন্তু উপেন ভিতৰলৈ সোমাই নগল। ড্ৰইংৰুমটো নিজৰ বুলি কোনো দিনেই উপেনে ভাবিব পৰা নাছিল। আজিলৈকে তাত উপেন বহা নাই, আজিও নবহিলহি। লাহে লাহে আকৌ উপেন ঘূৰি গল।...মনটো গধুৰ, শৰীৰ দুৰ্ব্বল, ঘৰৰ বতাহত চাৰিওফালে অশান্তি।/ উপেন বিছনাখনত দীঘল দি পৰিলহি।



শেষত কিৰণৰ ঘৰলৈ যোৱাটোৱেই সিদ্ধান্ত হল। —ভাল দিন এটা চাই কিৰণ আৰু নগেনক লগত লৈ কেইদিন মানৰ পিছত এদিন উপেনে যাত্ৰা কৰিলে। নবীনৰ মাক লগত যোৱাত জয়ন্তীৰ আপত্তি আছিল। কিন্তু জয়ন্তীৰ বাধা কোনো কামত নাহিল।

যাত্ৰাৰ আগে আগে পুৰণি সকলো কথা পাহৰি পৈ কিৰণ আৰু উপেনে বাত লগাই যাব বুলি জয়ন্তীয়ে আশা কৰিছিল। কিন্তু যাত্ৰাৰ সময়ত কোনো বিদায় লবলৈ নহা দেখি

জয়ন্তীৰ দুখ লাগিল।·· ··· ··যাত্ৰা উপলক্ষে অলপ আগলৈকে হৈ থকা চিঞৰ-বাখৰ লাহে লাহে নাইকিয়া হৈ গোটেই ঘৰখন যেতিয়া নির্জন হৈ পৰিল, আকস্মিক এটা শোকৰ ভাৱ অন্তৰত হঠাৎ উথলি উঠি জয়ন্তীক বিহ্বল কৰি তুলিলেহি। দুয়োটা চকু ফাটি পানী ববলৈ আৰম্ভ কৰিলে। শান্বনা পাবলৈ পৰিচিত বিছনাখনত আশ্ৰয় ললেহি।· ···

বিচনাত পৰিও জয়ন্তীয়ে শান্তি নাপালে। নিজকে সংযত কৰি ৰখাও যেন আজি টান হৈ পৰিল। নিঃসহায়ৰ দৰেই শেষত গাৰুটোত মুখটো থৈ হুক হুক কৰি কান্দিবলৈ ধৰিলে।

*　　*　　*　　*　　*

*　　*　　*　　*　　*

সেইদিনা সন্ধ্যাৰ আগে আগে কমলাক লগ পাবৰ কাৰণে জয়ন্তী ঘৰৰ পৰা ওলাই আহিল। মনৰ দুখ পাতলাবৰ কাৰণে ক্লাবলৈ যোৱাৰ কথা আজি নাভাবিলে। কাৰণ জয়ন্তীৰ বিমথিত অন্তৰে বিচাৰিছিল কমলাৰ—আন্তৰিকতা, সহৃদয়তা—ক্লাবৰ বং-বহইচ ভৰা মৌখিকতা নহয়।······

"বাইদেউ, ইমান জুপি জুপি সেইখন কি পঢ়িছে ?"

"মহাভাৰত। ······আহা বহাহি, বহুত দিনৰ মূৰত আহিলা।······"

জয়ন্তী ওচৰত থকা চকী এখনত বহিলহি।

"আপোনাৰো কম ধৈৰ্য্য নহয়, দেখিছোঁ, বাইদেউ।"

"কেনে ?"

"ইমান ডাঙৰ কিতাপ দেখিয়েই মোৰতো ভয় লাগে, পঢ়া দূৰৰ কথা— ।"

"এইটো আগ্ৰহৰ কথা। মই সময় পালেই পঢ়োঁ। মোৰ বৰ ভাল লাগে।....."

"এ, থওক। এইবোৰ কিতাপ পঢ়াৰ যুগ এতিয়া নাই।— ৰামায়ণ-মহাভাৰততকৈয়ো ভাল ভাল কিতাপ ওলাল।......"

"তুমি এইদৰে নকবা। ৰামায়ণ-মহাভাৰতক চেৰ পেলোৱা কিতাপ লিখা মানুহ এই পৃথিৱীত আৰু নোপজে। বাৰে বাংকৰা কিতাপ যেৰ ওলাইছে কিন্তু ৰামায়ণ-মহাভাৰতক চেৰ পেলাব পৰা কিতাপ ওলোৱা নাই।......"

"আপুনিও বেছিকৈ কৈছে, বাইদেউ।"

"মুঠেই নাইকোৱা। —কোনখন আজি কালিৰ কিতাপত ৰামায়ণ-মহাভাৰতত নোহোৱা কথা লিখিছে, মোক কোৱা ?......"

"মই জানো আটাইবোৰ কিতাপ পঢ়িছোঁ, কব যে পাৰিম ?"

"ময়ো পঢ়া নাই। —কিন্তু নপঢ়িও মই কব পাৰোঁ। ৰামায়ণ-মহাভাৰত লিখিছিল দুজন মহাপুৰুষে, ঋষিয়ে। বাকীবোৰ লিখিছে সাধাৰণ মানুহে। সাধাৰণ মানুহে ঋষি-মুনিৰ দৰে কথা কব পাৰিবনেকি ?"

জয়ন্তীয়ে প্ৰত্যুত্তৰ নিদিলে।—

"ৰামায়ণ-মহাভাৰতৰ ওপৰত কিতাপেই নাই। যেই সেই মানুহেই বুজিব পাৰে। ......ইয়াত নাই কি ?......"

জয়ন্তী নিৰুত্তৰ হৈ বল। —কমলাও মনে মনে বল।...

কমলাৰে নিস্তব্ধতা ভাঙিলে—

"অৱৰ খবৰ কোৱাছোন। বৰুৱা কৰবাইলৈ যোৱাৰ কথা আছিল মহয়. গল নে নাই ?"

সেইদিনা হৈ যোৱা অলৌকিকৰ ঘটনাটোৰ পিছৰে পৰা

কমলা বা মিষ্টাৰ চক্ৰবৰ্ত্তী জয়ন্তাইঁতৰ ঘৰলৈ যোৱা নাছিল।

"আজি গল। কিৰণ বাইদেউ, নগেন, নবীনৰ মাক, কোনো বাকী নাই, ঘৰ উদং।......"

"এই চলতে তুমিও দেখোন, ফুৰি চাকি আহিব পাৰিলা-হেঁতেন, নগলা কিয়?"

কমলাৰ সৰল-সহজ প্ৰশ্ন।

"কলৈ?"

"কিৰণ বাইদেৱেৰাৰ তালৈ।"

"কাৰ লগত?"

"কিয়, ডেওঁলোকৰ লগত।"

জয়ন্তীৰ কথা শুনি কমলা আচৰিত হৈছিল।

"লগ নধৰিলেও যাব নে?"

কথাকেইটাৰ সুৰটো কমলাৰ কাণত বাজি গল। ...জয়ন্তী-ইঁতৰ লগত অহাযোৱা থাকিলেও ডেওঁলোকৰ ঘৰৰ ভিতৰুৱা কথা জানিবৰ কাৰণে কোনোদিনেই কমলা ব্যগ্ৰ হোৱা নাছিল। জয়ন্তীয়েও নিজৰ অন্তৰৰ দুখৰ ভাগ কেতিয়াও আনক দিয়া নাই। কিন্তু দিন যিমানেই আগুৱাই যাবলৈ ধৰিলে, অন্তৰৰ দুঃসহ বোজাৰ ভাৰ অকলে বহন কৰা জয়ন্তীৰ পক্ষে যেন টান হৈ পৰিল। জয়ন্তীৰ অন্তৰে বিচাৰিলে সহানুভূতি, দুখৰ ভাগ লৈ সমবেদনা জনাব পৰা সুকোমল এখন হৃদয়।

"লগধৰা নাই? কিয়? ধৰিব লাগিছিল, দেখোন।"

"কাক? মোক নে? আপুনিও ভাল কথা কৈছে। মোক খেদি দি যে ভায়েকৰ কাৰণে আকৌ এখন নতুন সংসাৰ পতাৰ কথা কিৰণ বাইদেৱে ভাবিছে, মই কলে জানো বিশ্বাস কৰিব?..."

কমলা যেন চক্‌খাই উঠিল। ব' নাগি একেথৰে জয়ন্তীৰ মুখলৈ চাই বল। অন্তৰৰ অবিশ্বাসৰ ভাব চকুৰে মুখে ফুটি ওলাল। ......কমলাৰ মনৰ অৱস্থা বুজিয়েই যেন জয়ন্তীৰ হাঁহি উঠিল।

"কথাকেইটা বিশ্বাস কৰিবলৈ টান লাগিছে, নহয় নে, বাইদেউ। ......মোক ইহঁত দেখি চাগৈ ভাবিছে এই নিলাজী জনীয়ে লাজ-কাজ এৰি কেনেকৈ—হাঁহিছে, কটা।' নহয়নে ?......"

জয়ন্তীৰ মুখৰ হাঁহিটো মাৰ নগল।

"স'চাকৈয়ে জয়ন্তী. কথাটো শুনি মই দুখ পাইছো। ভদ্ৰবংশৰ মহিলা এগৰাকীয়ে এনেকুৱা এটা কথা কোন সজেবে তোমাক কব পাৰিলে, তাকেহে ভাবি আছো। তুমি ইহঁাৰ কাৰণে একো ভবা নাই। এনে কথাত হাঁহি উঠিলেও, সেই হাঁহি আনন্দৰ হাঁহি হব নোৱাৰে। সেই হাঁহি অশ্ৰদ্ধাৰ হাঁহিয়েই হব লাগিব। পৃথিবীত মানুহ চিনা টান।"

"মানুহ চিনা টান। সেই কাৰণেই মযো ক্লাবলৈ যোৱা আজি কালি কমাই দিছো।......"

"ক্লাবৰ কথা কওঁতেহে মনত পৰিছে, জয়ন্তী। তোমালোকৰ ক্লাবত নো কি হয় ? এদিন চাই আহিবলৈকে মাৰৰ মন গৈছে।"

"ইমানদিন নগল যেতিয়া, এতিয়া আৰু যাব নালাগে। আচলতে তাত একো নহয়। প্ৰথমে মযো ভাল্ৰৰ কিবা এটা হব বুলি ভাবিছিলো। পিছে মোৰ নিচিনা দৰিদ্ৰ গৃহস্থীৰ মানুহৰ ক্লাবত ঠাই নাই। দুখৰ পৰাহে পৰ্জিত ভৰ্হাম, ওচৰলৈ গলেহে গন্ধ পাই গোটেইখন বলাবলা। আমাৰ ক্লাবো সেয়ে।..."

"তোমালোকে নো তাত কৰা কি ? কথাকে পাতানে, নাই, আন কিবা কিবি কাম-বন শিকা ?"

"কাম কৰিবলৈ, প্ৰত্যেকৰে দেখোন নিজৰ নিজৰ একোখন একোখন সংসাৰ আছেই। কাম শিকিবলৈ তাৈল কোনো নাযায়। যায় কথা-পাতিবলৈ, ৰং-ৰহইচ কৰি সময় কটাবলৈ। ..... তাৰ ভিতৰতে ভাত হজম নিয়াবলৈ কোনোবাই খেল-ধেমালিও কেতিয়াবা কৰে। তাচ-পাশা জনাই তাচ-পাশা খেলে।......"

"এইবোৰৰ কাৰণেই ইমান পইচা ভৰিব লাগেনে ?......"

"এইবোৰ দুখীয়া মানুহৰ বস্তু নহয়, বাইদেউ। যাৰ ধন-খৰছ কৰিবলৈ ঠাই নাই তেওঁলোকৰ কাৰণেহে।"

জয়ন্তীৰ কথাকেইটাৰ সুৰত যেন এটা বিৰক্তিৰ ভাব।

"নগলেই হল দেখোন ? যোৱা কিয় ?"

"কিয় যাও তাৰ উত্তৰ একে উশাহেই নো কেনেকৈ দিওঁ ? প্ৰথমতে যিটো বুলি ভাবিছিলো, সেইটো আচলতে নহয়। সকলোবোৰ নিজৰ নিজৰ কথালৈয়ে ব্যস্ত। কাৰো কাৰণে কোনো নাই। যাৰ ধন-পইচা আছে, যি সেৱাৰী খাটিব নালাগে, কথা পাতিবলৈ যাৰ বহুত সময়, তেওঁলোকেই ক্লাবলৈ যায়। ......বিশেষ ডাঙৰ কথাও ক্লাবত আলোচনা নহয়। সাধাৰণ ভাত-মাছ খোৱা কথা। .. ...নতুনৰ ভিতৰত এইবাৰ খিয়েটাৰ কৰাৰ কথা ভাবিছে, সহ-অভিনয়।"

"কি কোৱাহে, সঁচাকৈয়ে নে ?"

মাতটোত যেন আতঙ্কৰ এটা সুৰ।

"সঁচাকৈয়ে। আমাৰ ভিতৰৰ কেবা গৰাকীয়েও তাও লব।

সমাজ কিমান আগবাঢ়িছে, চাওক !"

তুমিও তাও লবানেকি ?"

"প্ৰথম আলোচনা হোৱাৰ দিনা তাও নলওঁ বুলি ভাবিছিলো। পিছে এতিয়া তাও লোৱাটোকে ঠিক কৰিছোঁ বাইদেউ। কাৰণ, বা-বদনামলৈ ভয় ৰখাইনো, বাক, মোৰ কি লাভটো হব? তাও ললে দহে অন্ততঃ দেখিব, চাবিওফালে এটা নামো হব। ...যি দিন-কাল আহিব লাগিছে, থিয়েটাৰ, বায়স্কোপতে তাও লৈ কি জানি, পেট পুহিব লগা হয়, কোনে জানে?"

জয়ন্তীৰ মুখত হাঁহিৰ এটা আভাস।

কমলাৰ পক্ষে এনে অভিৰুচি সম্পূৰ্ণ অভাৱনীয় আছিল। কমলা যেন চক্ খাই উঠিল।—

"জয়ন্তী, তুমি তাও নলবা, কেতিয়াও নলবা।— দেখাতেই বেয়া। মানুহেও যিহকে পায় তাকে কব।..."

"বাইদেউ, মানুহে বেয়াও বুলিব, মন ভাঙি চাবলৈকো হেঁচ খাবহি।— চিনেমাত ছাঁ কিছুমানহে, ইয়াত পাব তেজ-মঙহ, জীয়া মানুহ, বাইদেউ। মানুহ চিনা টান বুলি কৈছে নহয়, সঁচাকৈয়ে মানুহ চিনা টান।......"

"থোৱাহে, লাজকাজ নোহোৱাবোৰহে যাব, আইনবোৰ নাযায়।..."

"মোৰ কথাৰ প্ৰমাণ পাব। কোনে কাক কিমান মেডেল দিয়ে দেখিব। আপুনি মাত্ৰ সেই দিনা ওলাব।..."

মিষ্টাৰ চক্ৰবৰ্ত্তী অফিচৰ পৰা ঘুৰি আহিছিল।

"অঃ, হাও কাইন্দ ইউ আৰ। আপোনাক আৰু লগ নাপাম বুলিয়েই ভাবিছিলো। আজিনো কেনেকৈ মনত পৰিল?

আমাকো আলোচনাৰ ভাগ দিয়ক।"

মিষ্টাৰ চক্রবর্ত্তী ওচৰৰ চকী এখনত বহিলহি।

"পাত পৰা আছে, বহিলেই হল, বাইদেৱে বিলাই দিব।"

মনৰ উলাহতে জয়ন্তীয়ে হাঁহিবলৈ ধৰিলে। মিষ্টাৰ চক্রবর্ত্তীৰ চকুৰে চকুৰে পৰিল। মিষ্টাৰ চক্রবর্ত্তীৰ চকুৱে মুখে হাঁহিৰ আভাস।

"তুমিয়েই বিলোৱা। মোক আৰু নালাগে, ভোক গুছিল।"

কমলায়ো হাঁহিবলৈ ধৰিলে।

"তেওঁৰ হেনো ভোক গুছিলেই। আমাৰ পাতত পেলাওক, ভোকত আহিছো।....."

হাঁহিবলৈ ধৰিলে।—

"বাইদেউ, কওক। মই কলে আপুনিয়েই লাজ-কাজ নোহোৱা বুলি কব।....."

"আজি এখন ভাল ছবি আছে, যাবনেকি?"

হঠাৎ মিষ্টাৰ চক্রবর্ত্তীয়ে প্রস্তাৱ কৰিলে।

"ছবি চায়ো বহুতৰ ভোক গুচে, বাইদেউ, ওলাওক।"

"তুমিয়েই যোৱা, মোৰ ভোক নাই।"

"যাবানেকি? ওলোৱা, এতিয়াও এঘণ্টা সময় আছে। ময়ো বেদি হৈ লওঁ। আপুনি বাহিৰে বাহিৰেই দেখোন যাব পাৰে?"

"মোৰ আপত্তি নাই। আজি ঘৰৰ ময়েই—সর্ব্বে-সর্ব্বা। গলে লৰাটোৰ কিবা এটা ব্যৱস্থা কৰি থৈ যাব লাগিব। লগত নিব নোৱাৰি দিগদাৰ। বাইদেউ, ওলাওক।".....

"আপুনি ঘৰৰ সর্ব্বে-সর্ব্বা মানে? মই বুজা নাই।....."

"আজি আটাইখন কিৰণ-বাইদেউৰ ঘৰলৈ গল। মই বলো ঘৰ ৰখিবলৈ।... "......

"মই গলে কি লাভ হব জয়ন্তী? তুমি গলে একটিং শিকিব পাৰিবা।......"

"আজি লোকচানেই হওকছোন, বলা।.. ..."

মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে মন্তব্য কৰিলে।

যাবৰ হলে, পলম নকৰিব। ঘৰলৈ গৈ কি ক'ত কৰিব লগা আছে, কৰকগৈ। আধাঘণ্টাৰ ভিতৰতে আমি ওলামগৈ।..."

মিষ্টাৰ চক্ৰবৰ্ত্তী বহাৰ পৰা উঠি আন এটা খোটালীলৈ সোমাই গল। লগে লগেই জয়ন্তীও থিয় হল।

"বাইদেউ, আপোনালোকৰ লগত বহুত দিন খোৱা নাই, আজি সঁচাকৈয়ে ভাল লাগিব।....."

জয়ন্তী গোটালীটোৰ পৰা বাহিৰ হৈ আহিল।

* * * * *

মিষ্টাৰ চক্ৰবৰ্ত্তীৰ গাড়ীখন জয়ন্তীহঁতৰ ঘৰৰ আগত ৰলহি। কমলা বা মিষ্টাৰ চক্ৰবৰ্ত্তী কোনো নামি নাহিল। আৱশ্যকীয় পৰামৰ্শৰে সৈতে লৰাটো চাকৰণী ছোৱালী জনীৰ হাতত দি জয়ন্তী বাহিৰ পালেহি।

আজি জয়ন্তীৰ সাজ-পোছাক আন দিনতকৈ বেছি চকুৰোৱা। নিজকে বিশেষ ভাবে সু-সজ্জিত কৰিবৰ কাৰণে যে জয়ন্তীয়ে যত্ন লৈছিল, দেখিলেই বুজিব পাৰি।....

মাকক যোৱা দেখি লৰাটোৱে কান্দিবলৈ ধৰিলে। লগে লগেই, চাকৰণী ছোৱালীজনীয়ে হাতেৰে লৰাটোৰ মুখখনত সোপা দি, কান্দন বন্ধ কৰিবলৈ চেষ্টা কৰা কথা জয়ন্তীয়েও পম

পালে। কিন্তু জয়ন্তী উভতি নাহিল। ·····লবাটোৰ কান্দন তুগুনাৰ ভাও ধৰি, খোজ আগবঢ়াই দি, বেগাবেগিকৈ গাড়ীত উঠিলহি।······



উপেন উভতি অহা নাই। জয়ন্তীলৈকো কোনো চিঠি-পত্র কিৰণ বা উপেন কোনেও দিয়া নাছিল।······

ক্লাবৰ কেইগৰাকীমান বিশিষ্টা মহিলাৰ, বিশেষকৈ অলকা বৰুৱাৰ পৰা উদ্গনি পাই, শেষত এদিন সহ-অভিনয়ত সহযোগ কৰিবলৈ সন্মতি দি, আন আন কেইগৰাকীমান মহিলাৰ লগত জয়ন্তীও স্থানীয় ড্রেমেটিক ক্লাবত উপস্থিত হলহি।

আচহুৱা এই নতুন সমাকখনত উপস্থিত হৈ প্রথম কেই দিনমানলৈ জয়ন্তীৰ মনটো আকৌ অনিশ্চিত হৈ উঠিছিল। ······ড্রেমেটিক ক্লাবত উপস্থিত হোৱাৰ লগে লগেই—আকৌ আগলৈ আৰু নাহে বুলি স্থিৰ কৰে কিন্তু এই সিদ্ধান্ত পিছদিনা আকৌ শিথিল হৈ পৰে। —সন্ধ্যাৰ আগে আগে বিহাছে লৈ বুলি বাকী সকলক লৈ মটৰ-গাড়ীখন যেতিয়া ঘৰৰ আগত ৰয়হি,—ড্রেমেটিক ক্লাবলৈ আহিবলৈ জয়ন্তী ব্যাকুল হৈ পৰে। কিবা এটা মোহিনী শক্তিয়ে যেন টানি লৈ আহে।······

"জয়ন্তী, তুমি ভাও লোৱা ভাল হোৱা নাই, বৰুৱাই বেয়া পাব।"

এদিন কমলাই মন্তব্য কৰিলে।

"দুখ পোৱাবো কোনো কাৰণ নাই। —কোনোবাই যদি

দুখ পায়, মিছায়ে পাব ! ভাও নললেও মই যি, ললেও সেই একেই । মই একে। অপৰাধ কৰা নাই ।..... ”

কমলাই এই বিষয়ে আৰু তৰ্ক নকৰি আন কথা আৰম্ভ কৰিলে ।.. ...

সহ-অভিনয়ৰ কথা চহৰৰ প্ৰায় সকলোৰে মুখে মুখে আলোচনা হবলৈ ধৰিলে । কিছুমান পক্ষে, সৰহখিনি বিপক্ষে । খবৰৰ কাগজত দুয়োটা মতৰ—সমালোচনা আৰম্ভ হল । কিন্তু সহ-অভিনয় বন্ধ নহল ।.....

এদিন চহৰ খনৰ বচা বচা কেই গৰাকীমান পুৰুষ-ৰমণীৰ সহযোগত স্থানীয় ড্ৰেমেটিক ক্লাবত নিৰ্দ্দিষ্ট সময়ত অভিনয় আৰম্ভ হৈ মাজ ৰাতি শেষ হৈ গল ।......অভূতপূৰ্ব্ব এটা ঘটনা, চহৰখনৰ ইতিহাসত নতুন এটা অধ্যায় । লগে লগেই মাহেক জুৰি চলি থকা তীব্ৰ বাদানুবাদৰ অন্ত পৰিল । ...

মুগ্ধ দৰ্শক, আনন্দ-বিভোল অভিনেতা, অভিনেত্ৰী ঘৰলৈ উভতিল । ......সকলোৰে অন্তৰ ভৰা তৃপ্তি, চিন্তাধাৰাত অভিনৱ এক আলোড়ন । .. ...বাৰিষাৰ ধল ভেটা ভাঙি যেন বৈ গল । চকুৰ আগত জহি-খহি গল পুৰণি অন্ধ-বিশ্বাসৰ এটা স্তুপ, বিৰুদ্ধ মতবাদৰ আবৰ্জ্জনা ।......

অভিনয়ৰ অন্তত থিয়েটৰ ঘৰৰ ওচৰত ৰৈ থকা মটৰ-গাড়ীখনত স্বপ্নাবিষ্ট মানুহৰ দৰেই জয়ন্তী উঠিলহি । লগত ড্ৰেমেটিক ক্লাবৰ ছেক্ৰেটেৰি হেম শইকীয়া, অলপ পিছে পিছে নিষ্টাৰ চক্ৰৱৰ্ত্তী ।—

জয়ন্তীৰ গোটেই অন্তৰ জুৰি কিবা এটা গৌৰৱৰ ভাব, অনিৰ্ব্বচনীয় এটা তৃপ্তিৰ পুলক । সপোনত নে, বাস্তৱত বুজিবলৈ

যেন জয়ন্তীৰ সময় লাগিল। ......দেহ-মন ক্লান্তি-যুক্ত। কিবা এটা যেন অবসাদৰ ভাৱ, মাহেকৰ অক্লান্ত পৰিশ্ৰম। যৰলৈ উৎভিতৰ কাৰণে জয়ন্তী ব্যগ্ৰ হৈ পৰিল।—

অলপ ওচৰতে বৈ থকা আন এখন গাড়ীত অলকা বৰুৱা আৰু তেওঁৰ স্বামী মিষ্টাৰ হৃদয় বৰুৱা উঠিলাহি। জয়ন্তীক বোধ হয়, তেওঁলোকে দেখা নাছিল। —কিন্তু অলকা বৰুৱাক মাত লগাবলৈ জয়ন্তীৰ আজি অলপো আগ্ৰহ নহল। ——আজি কিছুদিনৰ পৰা অলকা বৰুৱাক জয়ন্তীৰ ভাল নলগা হৈ আহিছিল।..

"ৰাতি বহুত হল, যাওকগৈ। আপোনাৰ ওচৰত ড্ৰেমেটিক ক্লাবৰ প্ৰত্যেকজন সভ্যই কৃতজ্ঞ। আগলৈকো আজিৰ দৰেই আমাক সহায় কৰিবহি বুলি আশা কৰিলো। গুদ-নাইট।"

ক্লাবৰ তৰফৰ পৰা জয়ন্তীক বিদায় দিবলৈ আহি হেম শইকীয়াই ধন্যবাদ জনালে। ...লগে লগেই মিচিকীয়া হাঁহি এটা মাৰি শইকীয়াক "গুদ-নাইট" জনাই জয়ন্তীয়েও বিদায় ললে।...

গাড়ীখন মিষ্টাৰ চক্ৰবৰ্ত্তীৰ। লগত ড্ৰাইভাৰ অহা নাছিল। শইকীয়াৰ পৰা জয়ন্তীয়ে বিদায় লোৱাৰ লগে লগেই মিষ্টাৰ চক্ৰবৰ্ত্তীয়েও গাড়ী চলাই দিলে। নৈশ-অন্ধকাৰৰ বুকু ভেদি গাড়ী লৰিবলৈ ধৰিলে।..

মিষ্টাৰ চক্ৰবৰ্ত্তীৰ বাওফালে জয়ন্তী। কিন্তু ইমান ওচৰা-ওচৰি হৈ থাকিও তেওঁলোকৰ কাৰো মুখত কোনো কথা নাছিল। আনন্দ-উৎসৱৰ অন্তত যেন এটা ক্লান্তি, তাৰৰ তৰত যেন মন গধুৰ।...

হঠাৎ এবাৰ মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে নিস্তব্ধতা ভঙ্গ কৰিলে—

"আপোনাৰ একটিং চাই মুগ্ধ নোহোৱা কোনো মানুহেই আজি নাই। আপুনি ইমান ভাল কৰিব পাৰিব বুলি মোৰ ধাৰণাই নাছিল।·"

—বোধহয় ভাবৰেই উচ্ছ্বাস। কথাকেইটাৰ লগে লগেই এযোৰ সতৃষ্ণ চকুৰে মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে জয়ন্তীৰ মুখলৈ চালে···। চকুৱে চকুৱে পৰিল। ·· বিজয় গৌৰৱত গৌৰৱান্বিতা অভিনেত্ৰী লাজত যেন হঠাতেই মৰহি গল। জয়ন্তীয়ে নিজৰ চকু দুটা তললৈ নমাই আনিলে।·· হঠাৎ মাজ বাটতে এবাৰ গাড়ীখন অথালি-পথালি হৈ চলিবলৈ ধৰিলে। কিন্তু লগে লগেই মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে ষ্টিয়েৰিং দাল ভালকৈ খামুচি ধৰি স্থিৰ হৈ আকৌ গাড়ী চলাবলৈ আৰম্ভ কৰিলে।—

থকৰাসকলৰ বিৰাট টোলটোৰ আগত গাড়ীখন ৰলহি। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ পৰা বিদায় লবলৈকে বোধহয়, জয়ন্তীয়ে মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ মুখৰ ফালে চালে। কিন্তু কোনো কথা মুখৰ পৰা বাহিৰ হৈ অহাৰ পূৰ্ব্বেই মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে নিজৰ দুয়োটা হাতেৰে জয়ন্তাৰ হাতদুখনত ধৰিবলৈ চেষ্টা কৰা যেন জয়ন্তীয়ে গম পালে। ···লৰালৰিকৈ নিজৰ হাতদুটা আঁতৰাই আনি, গাড়ীখনৰ ভিতৰৰ পৰা জয়ন্তী বাহিৰ হৈ আহিল। ···বোধহয়, আৰু বেছি আগবাঢ়িবলৈ সাহ নকৰি মিষ্টাৰ চক্ৰৱৰ্ত্তীও ষ্টিয়েৰিং দাল খামুচি ধৰি—গাড়ীৰ ভিতৰতে বহি ৰল।—

"মোৰ কাৰণে বহুত কষ্ট কৰিলে। বেয়া নাপাব। ৰাতি হৈছে যাওঁকগৈ।"

মিষ্টাৰ চক্ৰৱৰ্ত্তীক জয়ন্তীয়ে বিদায় দিলে। কিন্তু মিষ্টাৰ

চক্রবর্ত্তীয়ে বিদায় ললে। —গাড়ীখন আগবাঢ়ি নগল।

"যাবই লাগিব। পিছে, কথা এটা নোকোৱাকৈ যাবলৈ মই ভাল পোৱা নাই! আজি আপুনি মোক চমক খুৱালে। আপোনাৰ ভিতৰত যে এনে এটা টেলেণ্ট লুকাই আছিল, সেই কথা আপুনি নিজেও বোধহয়, ইমান দিন জনা নাছিল। বহুত ফিল্ম-ষ্টাৰে আপোনাৰ ওচৰত পৰাজয় মানিব লাগিব। মই বঢ়াই কোৱা নাই, দৰ্শক সকলৰো এয়ে অভিমত।"

জয়ন্তীয়ে লগে লগেই প্ৰত্যুত্তৰ দিব নোৱাৰিলে। ভাবৰ স্তৰত জয়ন্তী বিহ্বল হৈ উঠিছিল।—

"কমলা বাইদেউক লৈ নাহিল কিয়?"

"নাহিলে কৰিব কি? বলেৰে আনিব নোৱাৰি নহয়!—তেওঁ নহাত জানো কাৰোবাৰ কিবা ক্ষতি হৈছে?"

"ক্ষতি নো কাৰ হব?"

"সেয়ে কথা। তেওঁ নহাত মই বেয়া পোৱা নাই। অকলেই ভাল, নহয় জানো?"

সমৰ্থন বিচাৰিলে কিন্তু জয়ন্তীয়ে প্ৰত্যুত্তৰ নিদিলে।—

"সঁচাকৈয়ে গোটেই সময়খিনি যেন এটা সপোনৰ মাজেদিয়েই পাৰ হৈ গল।"

ভাবাবেশত মিষ্টাৰ চক্রবর্ত্তী তন্ময় হৈ পৰিল।

"কথা শেষ নহব, যাওকগৈ।"

কিন্তু মিষ্টাৰ চক্রবর্ত্তী নগল।

"যাবৰ মন যোৱা নাই। এইদৰেই ভাল লাগিছে।…"

"এইদৰে ভাল লগা অন্যায়। —আপোনালৈ অপেক্ষা কৰি চাগৈ কমলা বাইদেউ বহি আছে।"

"এইটোও তেওঁৰ এটা বেমাৰ। মই ৰাতি কৰিলে, যিমানেই ৰাতি নহওক, তেওঁ বহি থাকিব। কেতিয়াবা ৰাতি পুৱাই যায়। মই এইবোৰ ভাল নাপাও।"

"কিন্তু বাইদেৱে ভাল পায়।"

"পাওক। মই এইবোৰ পছন্দ নকৰো। দিছু ইঞ্জ অন কৰিছু।"

কিবা এটা ভাবি জয়ন্তী মনে মনে বল।

ৰাতিৰ নিৰ্জ্জনতাটো সদায় মোৰ ভাল লাগে। আপোনাৰ কেনে লাগে মই অবশ্যে নাজানো। মোৰ মনত কি ভাব হৈছে জানে? ···পৃথিবীখনত আপোনাৰ আৰু মোৰ বাহিৰে আন জন-প্ৰাণী যেন আৰু নাই। সকলো সুখদুখ, বিপদ-বিঘিনি, আমি দুয়ো অকলেই সহিব লাগিব, ভাগ লবলৈ যেন আন আৰু কোনো নাই।··"

"এইবোৰ কথাপাতি কি লাভ হব? যাওঁকহঁক, মোৰ টোপনি ধৰিছে।"

"টোপনি মোৰ নাই। অকলশৰে যাবলৈকো টান লাগিছে। ···এটা মধুৰ সপোনৰ অদ্ভুত বাস্তৱৰ যেন বিভীষিকা।··"

কোনো প্ৰত্যুত্তৰ নিদি ষৰলৈ বুলি জয়ন্তীয়ে খোজ আগবঢ়াই দিলে।

"আপোনাক আকৌ কেতিয়া লগ পাম?"

নিঃসহায়ৰ দৰেই মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে জয়ন্তীক প্ৰশ্ন কৰিলে।—

"যেতিয়াই আপোনাৰ সুবিধা হয়, সময় হয়, তেতিয়াই।···"

ষ্টিয়েৰিং দালত ধৰি, গাড়ীৰ ভিতৰৰ পৰা আগবাঢ়ি হৈ থকা জয়ন্তীলৈ চাই চক্ৰৱৰ্ত্তী বহি বল। নিজৰ অজানিতেই

অতৃপ্তিসূচক এটা উপত হুমুনিয়াহ এবাৰ বাহিৰ হৈ গল। গোটেই অন্তৰ জুৰি হা-হুতাহৰ একুৰা জুই।

অন্ধকাৰৰ মাজত জয়ন্তী অদৃশ্য হৈ গল। নিচ্ছল হৈ মিষ্টাৰ চক্ৰৱৰ্ত্তী অকলেই গাড়ী খনৰ ভিতৰত বহি ৰল। কিমান পৰ এইদৰে বহি ৰল, কিয় বহি ৰল, মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে নিজেই যেন বুজিব নোৱাৰিলে। ··হঠাৎ এবাৰ ইঞ্জিনটো চলিবলৈ ধৰিলে। মিষ্টাৰ চক্ৰৱৰ্ত্তীয়েও নিজৰ অভ্যাস মতেই যেন বকৰা সকলৰ ঘৰৰ আগৰ পৰা নিজৰ ঘৰৰ ফালে গাড়ীখন চলাই লৈ গল।··



কিৰণৰ ঘৰৰ পৰা বাহিৰে বাহিৰে উপেন মৌজাদাৰলৈ উভতি আহিল, ঘৰলৈ নগল। নবীনৰ মাক আৰু নগেন উপেনৰ লগত নাহিল। জয়ন্তীলৈ উপেনে কোনো খবৰ নপঠিয়ালে। কিন্তু আৰু তাৰ মুখে জয়ন্তীয়ে গম পালে উপেন মৌজাদাৰলৈ উভতি আহিছে। খবৰটো সঠিককৈ জানিবৰ কাৰণে জয়ন্তীও ব্যগ্ৰ নহল।—

থিয়েটাৰ হৈ যোৱাৰ পিছত ক্লাবৰ সকলো সভ্যা গোট খাই কেবাদিনলৈকে থিয়েটাৰৰ কথাকেই আলোচনা কৰিলে। সভ্যাসকলৰ ভিতৰত দুটা দল। সৰহ সংখ্যক সহ-অভিনয়ৰ সপক্ষে। বিৰুদ্ধ দলৰ সংখ্যা কম, সেই অনুপাতেই সামাজিক প্ৰতিপত্তিও। লাহে লাহে ভেণ্ডলোকৰ দুই এগৰাকীয়ে ক্লাবৰ প্ৰতি সহযোগীতা কমাই দিয়া যেন অনুমান হল। জয়ন্তী আহে, যায়। কিন্তু অভিনয়ৰ দিনা বহুতাৰ হাতচাপৰি আৰু কেবা গৰাকী বিশিষ্ট পুৰুষৰ পৰা প্ৰশংসা লাভ কৰা সত্বেও ক্লাবত

জয়ন্তীৰ অভিনয় সম্পৰ্কে কোনো আলোচনাই কোনেও উত্থাপন নকৰিলে। —জয়ন্তীয়ে লক্ষ্য কৰিলে—তেওঁলোকে আনৰ কথা আলোচনা কৰে, প্ৰশংসা কৰে কিন্তু জয়ন্তীৰ বিষয়ে কোনো কথা নাপাতে। আন কি, সেইদিনাৰ অভিনয়ত জয়ন্তীয়েও যে কিবা অংশ গ্ৰহণ কৰিছিল সেই কথাও যেন স্বীকাৰ কৰিবলৈ কোনোৱেই প্ৰস্তুত নাছিল।…

কেবাদিনো অহাযোৱা কৰাৰ পিছত হঠাৎ ক্লাবলৈ যোৱা জয়ন্তীয়ে বন্ধ কৰি দিলে। ক্লাবৰ মোহিনী শক্তিয়ে জয়ন্তীক আৰু যেন টানিব নোৱাৰা হল।…

হেম শইকীয়াৰ লগত জয়ন্তীৰ ঘনিষ্ঠতা বাঢ়ি উঠিছিল।… শইকীয়া উচ্চ শিক্ষিত, স্বাস্থ্যবান, সুশ্ৰী পুৰুষ। …হঠাৎ এদিন শইকীয়া জয়ন্তীহঁতৰ ঘৰত উপস্থিত হলহি। কোনোবা অহা যেন গম পাই জয়ন্তী বাহিৰলৈ ওলাই আহিল। অভাবনীয় ভাবে শইকীয়াক দেখি জয়ন্তী আচৰিত হল কিন্তু মনে মনে তৃপ্তি বোধ কৰিলে।—

"হঠাৎ ওলালোহি, বিৰক্তি নাপাব। কেবাদিনো আহো আহো কৰিও আহিব পৰা নাই।…"

জয়ন্তীক দেখা মাত্ৰকে শইকীয়াই মাত দিলে।

"আপুনি যে এইখিনি অনুগ্ৰহ কৰিছে সেয়ে বহুত। বিৰক্তি কিয় পাম? আহক, বহকহি।…"

দুয়ো ড্ৰইং ৰুমলৈ সোমাই গল।

– সেইদিনাৰ আলোচনাত তেওঁলোকে সহ-অভিনয় আৰু কেইদিন মানৰ আগতে হৈ যোৱা থিয়েটাৰৰ কথাকেই বিশেষ ভাবে আলোচনা কৰিলে।

"স'চাকৈয়ে আপোনাৰ এাক্টিং মাৰভেলাছ হৈছিল। মই ইমানখিনি আশা কৰা নাছিলো।··"

আত্মতৃপ্তিত জয়ন্তীৰ অন্তৰ ভৰি উঠিল। কোনো প্ৰত্যুত্তৰ দিব নোৱাৰিলে।

"মোৰ দুখ কত কব পাৰে···?"

শইকীয়াই জয়ন্তীৰ মুখলৈ চালে। চকুত পৰিল এখন ধুনীয়া মুখ, চিত্তহাৰী এযোৰ উজ্জ্বল চকু। দৃষ্টি ঘূৰাই অনা যেন টান হৈ পৰিল। —শেষত চকু দুটা আঁতৰাই আনিবৰ চেষ্টা কৰি কবলৈ ধৰিলে—

"আমি আজিও পিচ পৰি আছো। —আমাৰ তিৰোতা মানুহৰ লুকাই থকা টেলেণ্ট আজিও আমি বাহিৰ কৰি আনিব পৰা নাই। গাঁৱে-ভূঞে, নগৰে-চহৰে আমাৰ মাজত থকা কত জিনিয়াছ নষ্ট হব লাগিছে আমি খবৰেই কৰা নাই।·"

দুখৰ ভৰত শইকীয়াৰ অন্তৰ যেন গধুৰ হৈ পৰিল। জয়ন্তী মনে মনে বল। —কিবা এটা ভাবি শইকীয়াও মনে মনে থাকিল। —কিন্তু এই নিস্তব্ধতা ক্ষন্তেকলৈহে।

"আজি কিছুদিনৰ পৰা মোৰ এটা বিশ্বাস দিন দিন বাঢ়ি উঠিছে। আমি অলপ চেষ্টা কৰিলেই আমাৰ তিৰোতা বিলাকেৰেই আমি ভাল ভাল ছবি কৰিব পাৰিম। কিন্তু সেই বিষয়ে চিন্তা কৰে কোনে? আমাৰ যে টকা নাই সিও নহয়। টকাও আছে, মানুহো আছে, নাই মাত্ৰ মন।····"

"অকল মন নোহোৱাই নহয়, চকু-পোৰা স্বভাবটোও আছে।"

ক্লাবৰ সভ্যাসকললৈ জয়ন্তীৰ মনত পৰিল। কিন্তু শইকীয়াৰ আগত মনৰ কথা ফুটাই কব নোৱাৰিলে।

"সেইটোতো আছেই। হিংসা, খিয়লা-খিয়লি,—কুৎসাৰটনা ৰটনা আমাৰ স্বভাৱ হৈ পৰিছে।·"

ছুয়ো মনে মনে বল। আলাপ-আলোচনাৰ বিষয়-বস্তুৰ যেন অস্ত পৰিল।—

সৰহ পৰ নহল, শইকীয়াৰ পক্ষে নিস্তব্ধতা যেন অসহ্যকৰ হৈ উঠিল।—

"মই ছবিৰ কোম্পানী এটা খোলাৰ কথা ৰৰকৈ ভাবিছো। দুই চাৰিজনৰ লগত কথাও পাতিছো। পিছে মানুহবোৰ দেখোন ভেনেই কিবা। একেবাৰেই উৎসাহ দিব নোখোজে।..."

"আপুনি চেষ্টা কৰিলে·হবগৈ। তাও লৰলৈকো আমাৰ মানুহৰ অভাব নহব। —আপুনি চেষ্টা কৰিবলৈ লেখিব। আমি বহুতেই সহযোগ কৰিম।..."

"সহযোগ কৰিবই লাগিব। আপোনালোক আছে বুলিয়েই ময়ো সাহ কৰিছো। অলপ আৰ্টিষ্টিক টেষ্ট এটা আছে বুলিয়েই আজিলৈকে শিল্প-কলাৰ মাজতেই থাকি দিনবোৰ কটাই দিছো। —ঘৰ-সংসাৰ কৰি জংঘলৰ মাজত সোমাবৰ ইচ্ছা নাই। সংসাৰ কৰিলেই বিপদ, যি কণ ফাইন টেষ্ট আছে সিও যাব।..."

লগে লগেই জয়ন্তীৰ মুখলৈ চালে। চকুৱে—চকুৱে পৰিল। জয়ন্তীয়ে চকুযোৰ আঁতৰাই নিলে। ...দুৱাৰ মুখত আপহীয়া বয়সৰ মানুহ এজনী উপস্থিত হলহি। মানুহ জনীৰ দৃষ্টি এবাৰৰ কাৰণেই যেন জয়ন্তীয়ে মুখখন তাইৰ কালৰ পৰা ঘূৰাই আনি আন একালে কিবা এটা চাই বল। কিন্তু মানুহজনী আঁতৰি নগল।—

"আপোনাৰ লগত আজি কথা পাতি বৰ—ভাল পালো।

মাজে সময়ে এইদৰে আমনি কৰিছিহি, বেয়া নাপাব।”

“বেয়া কিয় পাম। আপোনা সকলৰ দৰে মানুহ যে আহিছে, আমাৰ পক্ষে সেয়ে বহুত।”

জয়ন্তীয়ে হাঁহিবৰ চেষ্টা কৰিলে। কিন্তু হাঁহি-ফুটি নুঠিল।

“এহ, আপুনি বেছিকৈ কৈছে। মযো যৰ অকলশৰীয়া। ভাই-ককাই, বংশ-পৰিয়ালৰ অৱশ্যে অভাব নাই। বন্ধু-বান্ধবো বহুত। কিন্তু মই নিজকে সদায় অকলশৰীয়া বুলি ভাবো। সঁচাকৈয়ে মই—অকলশৰীয়া। মনে মনে মিলা মানুহ বিচাৰি—পোৱাই দেখোন টান।...”

“আইদেউ, মই আৰু কিমান অহাযোৱা কৰিম? মোক বিদায় দিয়ক। দুখীয়া মানুহ, এইদৰে পইচা বাকী ৰলে আমি কেনেকৈ চলিম?...”

বাকী পাওনাৰ তাগিদ। এজন নতুন পৰিচিত ভদ্ৰলোকৰ আগত কথাকেইটা শুনি জয়ন্তীয়ে বৰ অপমান বোধ কৰিলে, খঙত গা কঁপিবলৈ ধৰিলে। মৰিয়াই মৰিয়াই মানুহজনীক খেদি দিবৰ ইচ্ছা হল। কিন্তু সিমান দূৰলৈ যাবলৈ জয়ন্তীয়ে সাহ নকৰিলে।—

“তুমি আজি যোৱা, বাই। মই এখেতৰ লগত কিবা এটা ডাঙৰ কথা আলোচনা কৰি আছো। ভিতৰলৈ যাব নোৱাৰো। আন এদিন আহিবা।...”

জয়ন্তীৰ যুক্তিটো গ্ৰহণ কৰিবলৈ মানুহজনীয়ে টান পালে।—

“আজিৰ সৈতে চাৰিদিন হল, আইদেউ। এবৰ—মানুহৰ ঘৰলৈকে এইদৰে আহি থাকিলে মই চলো কেনেকৈ? বেছি হোৱা হলেও হয়, আপোনালোকৰ দৰে ধনী মানুহৰ কাৰণে

ৰূপ একুৰিও ধন নে ? —পইচা দিবৰ মন নাথাকিলে বস্তু লব নালাগে নহয় ! এইদৰে বাকী থাকিলে দহ-বাৰটা থাৱৰীয়া মই কেনেকৈ পোহো । —ধন দিলেও দিব, নিদিলেও নালাগে, আজিৰ পৰা মই আৰু নাহো ।"

খং কৰি, উচাট মাৰি মাহুহজনী আঁতৰি গল । লাজত জয়ন্তীৰ মুখখন ৰঙা পৰি উঠিল । কোনো কথা মাহুহজনীক কব নোৱাৰিলে । —কিছুদিনৰ আগতে জয়ন্তীয়ে মাহুহজনীৰ পৰা কেইখনমান কাপোৰ বাকী কৰি ৰখাইছিল । ডাঙৰ মাহুহৰ ঘৰৰ কথা, ভাৱো দি গল । কিন্তু সময়মতে জয়ন্তীয়ে টকা আদায় দিব নোৱাৰিলে । · ...জয়ন্তীৰ পইচাৰ অভাৱ ।—

চকুৰ আগত হৈ যোৱা এই অপ্ৰীতিকৰ দৃশ্যটো দেখি শইকীয়া নিজেও অপ্ৰস্তুত হৈ পৰিল । জয়ন্তীৰ মানসিক অৱস্থা কেনে হব পাৰে সহজেই অনুমান কৰিলে । জয়ন্তীৰ আৰ্থিক অৱস্থা ভাল বুলিয়েই শইকীয়াৰ ধাৰণা আছিল । কিন্তু সেই ধাৰণা আজি শিথিল হৈ পৰিল । এবাৰ ছুয়াময়াকৈ জয়ন্তীক কিছু আৰ্থিক সহায় কৰাৰ নিচিনা এটা ভাব মনত খেলাই গল ।

"বকুলাক দেখোন ঘৰকৈ ইয়াত নেদেখো । সৰহ খিনি দিন মৌজাতেই থাকে যেন পাওঁ...... ।"

"অহা যোৱা কৰি থাকে । মাজতে বৰ অসুখ হৈ গল । —কিৰণ বাইদেউৰ তাত আছিলগৈ ।"

কিবা এটা ভাবি শইকীয়া মনে মনে বল । জয়ন্তীৰ নিজৰো কথাপাতিবৰ কাৰণে উৎসাহ কৰি গৈছিল । বাহিৰলৈ চাই থাকি, পাওনা আদায় কৰিবলৈ অহা মাহুহজনীৰ কথাকেইটা ভাবি ভাবি জয়ন্তী বহি বল । ...লগে লগেই মনত পৰিল

বাকী আনবোৰ পাওনাদাৰলৈ। ...কিবা এটা নহয়, কিবা এটা কৈফিয়ৎ দি কাৰোবাক হয়তো বিদায় দিছে, কাৰোবাক মিছা আশ্বাস দি দিন লৈছে। তুই এটাক হয়তো ধমক দিছে। জয়ন্তীৰ হাত উদং, উপেন উদাসীন। বাহিৰত বৰুৱা বংশৰ সুখ্যাতি—ভেণ্ডলোক ধনী, মানী।...

হঠাৎ ঘৰৰ আগত মিষ্টাৰ চক্ৰবৰ্ত্তীৰ মটৰ গাড়ীখন বলহি। শইকীয়া যেন চক্ খাই উঠিল। চকুত পৰিল মিষ্টাৰ চক্ৰবৰ্ত্তী গাড়ীখনৰ পৰা নামি আহিছে।

বহাৰ পৰা শইকীয়া থিয় হল।—

"আপুনি যায় নে কি ?"

জয়ন্তীয়ে প্ৰশ্ন কৰিলে।

"যাওঁ, বহুতপৰ বহিলো। তেখেত আহিছে, আপুনি কথা পাতক।"

"তেখেত আহিল এতিয়া কি হল, বহক। তেখেতৰ লগত জানো আপোনাৰ চিনাকি নাই ?"

"চিনাকি আছে। মই আৰু নবহো, মোৰ আন এঠাইত অলপ কামো আছে, যাওঁ।—"

শইকীয়াই খোজ আগবঢ়াই দিলে। আগ ফালৰ বাৰান্দাত মিষ্টাৰ চক্ৰবৰ্ত্তীৰ লগত মুখামুখি হল।—

"শইকীয়া নে কি, কি খবৰ ?"

"খবৰ একো নাই। বৰুৱাক বিচাৰি আহিছিলো। তেখেত ঘোলে নাই, মৌজালৈ গল। এনেয়ে বহি থাকিনো কি কৰিম, যাওঁগৈ। বৰুৱা আহিলে আকৌ এবাৰ আহিব লাগিব।..."

আলিলৈ বুলি শইকীয়া নামি গল। মিষ্টাৰ চক্ৰবৰ্ত্তী

ড্ৰইংৰুমলৈ সোমাই আহিল ।

আচলতে শইকীয়া আহিছিল জয়ন্তীক লগ পাবলৈ, উপেনক নহয় । কিন্তু মিষ্টাৰ চক্ৰবৰ্ত্তীৰ আগত শইকীয়াই আচল কথা গোপন কৰা দেখি জয়ন্তী আচৰিত হল । কিছুপৰলৈ শইকীয়াৰ এনে আচৰণৰ আচল তাৎপৰ্য্য বুজিব নোৱাৰি শইকীয়াৰ কথাকেইটাৰ মৰ্ম্ম চিন্তা কৰি মনে মনে বল ।—

"হেৰ শইকীয়াৰ দেখিছো চিনাকি নোহোৱা মানুহেই নাই । আপোনাৰ লগতো যে ঘনিষ্ঠতা বঢ়াৰ মোৰ ধাৰণাই নাছিল ।"

মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে মাত দিলে । —কথাকেইটাৰ সুৰত এটা বিৰক্তিৰ ভাব ।-

প্ৰত্যুত্তৰ দিবৰ ইচ্ছা জয়ন্তীৰ নাছিল কিন্তু নিদি নোৱাৰিলে । "আমাৰ থিয়েটাৰৰ আগৰে পৰাই দেখোন তেওঁৰ লগত চিনাকি । —সেই কাৰণেহে মযো কথা পাতিলো ।"

দুয়ো ড্ৰইংৰুমত বহিলহি ।

"কিমান ঠাইত অপমান পাইছে ঠিক নাই । তথাপি এই স্বভাৱটো এৰিব নোৱাৰিলে । ধৰ্ম্মাক বিচাৰি অহাটো এটা চলহে ।"

মিষ্টাৰ চক্ৰবৰ্ত্তীৰ অন্তৰৰ তিক্ততা কমা নাছিল । —কথা-কেইটাৰ সুৰটো জয়ন্তীৰ ভাল নালাগিল । কিন্তু নিৰুপায় হৈয়ে যেন জয়ন্তীয়ে উত্তৰ দিলে—

"আমাৰ ঘৰলৈ আজিহে প্ৰথম আহিছে । কথাবতৰা পাতি যই দেখোন বেয়া নাপালো ।"

"বেয়া পাব লগানো কি থাকিব পাৰে ? থিয়েটাৰ, বায়স্কোপ বৈয়ে তেওঁ ব্যস্ত । কোনে চুলুকি-ভবলা বজাব পাৰে, কাৰ

ঘৰৰ জীয়াৰী-বোৱাৰীয়ে থিয়েটাৰ কৰে আঙুলিৰ মূৰত ভেওঁৰ হিচাব….।”

শইকীয়াক জয়ন্তীৰ ভাল লাগিছিল। মিষ্টাৰ চক্ৰবৰ্ত্তীৰ এনে তীব্ৰ মন্তব্যৰ কোনো কাৰণ নেদেখি মনে মনে জয়ন্তীয়ে দুখ পালে।

“এনেয়ে বহি থকাতকৈ এইবোৰ কৰি থকাও ভাল দিয়কছোন। কিছুমানে আকৌ, নিজেও একো নকৰে, পৰে কিবা কৰা দেখিলেও দোষ ধৰে।–”

মন্তব্যটো মিষ্টাৰ চক্ৰবৰ্ত্তীৰ ভাল নালাগিল।

“মাত্ৰা আছে। মাত্ৰা পাৰ হব নাপায়। কিন্তু শইকীয়াক দেখিলো সদায় মাত্ৰাৰ বাহিৰত।·”

আলোচনাটো জয়ন্তীৰ ভাল লগা নাছিল।

‘চাহ এটোপা আনো, অকণমান সময় বহক।”

“নালাগে থাওক। মই যাওঁৱেই। আপোনাক মাত্ৰ দিওঁ বুলিহে সোমালো। শইকীয়া ভিতৰত থকা বুলি জনা হলে কেতিয়াও নাহো।·”

জয়ন্তী আচৰিত হল। মিষ্টাৰ চক্ৰবৰ্ত্তীৰ কথাকেইটা বুজিবলৈ চেষ্টা কৰিয়েই যেন নিৰুত্তৰ হৈ ৰল।

“মোৰ কথা শুনি আপুনি চাগৈ আচৰিত হৈছে, নহয়নে? কিছুমান মানুহ সদায় বৰ্জনীয়। শইকীয়াও তাৰ ভিতৰৰে এজন। আই ঠিংক, আই এম ক্লিয়েৰ।”

লগে লগেই হাঁহিবৰ চেষ্টা কৰিলে।

“মই নাজানো। তেওঁৰ লগত মোৰ বিশেষ ঘনিষ্ঠতা আচলতে হোৱা নাই। কিন্তু মই হলে তেওঁ বৰ্জনীয় বুলি

এভিয়াও বুজা নাই।..."

"হয়তো বা বুজিব, হয়তো বা সদায় অবুজাকৈয়ে থাকিব। সেইটো নিজ নিজ বুজ-বিবেচনাৰ কথা। মোৰ বিশ্বাস এদিন বুজিব। মোৰ পক্ষৰ পৰা এটা কথা হলে মকৈ নেৰাবো—শইকীয়া আহিলে মই কিন্তু নাহিম। উহঁৰ লগত বগৰি পোৰা যাব নোৱাৰি।"

হাঁহিবলৈ চেষ্টা কৰি মিষ্টাৰ চক্ৰৱৰ্ত্তী বহাৰ পৰা থিয় হল। —কিন্তু প্ৰাণ খুলি হাঁহিব নোৱাৰিলে।

"মই যাওঁ, কাম আছে, বাহিৰকৈ আহিম।"

কোনো উত্তৰ নিদি জয়ন্তীও থিয় হল। —কথাপাতি জয়ন্তীৰো ভাল লগা নাছিল। শইকীয়াৰ আগত সেই মানুহজনীয়ে কৈ যোৱা কটু কথাকেইটাই জয়ন্তীক ববকৈ কষ্ট দি আছিল।—

"এখন ভাল ছবি আহিছে যাবনে কি?"

কেইখোজমান আগবাঢ়ি গৈ জয়ন্তীৰ কাণে উভতি চাই মিষ্টাৰ চক্ৰবৰ্ত্তীয়ে প্ৰশ্নটো কৰিলে।

"কমলা বাইদেউ যাবনে নাযায়?"

"ভেওঁক মই বাদেই দিছো। লগ ধৰা নধৰা একে কথা। সময় নাই বুলিয়েই উত্তৰ দিব। সেইদেখি তেওঁক মই লগেই নধৰো।..."

"বাইদেউকো লওক, লগে ভাগে যাম।"

"তেওঁ নগলে আপুনি যাবনে নাযায়?"

"ভাবিব লাগিব।"

"ভাবক, মই গধূলা ওলামহি।"

কথাকেইটা কৈয়ে আলিত বৈ থকা মটৰ-গাড়ী খনৰ ফালে

মিষ্টাৰ চক্ৰবৰ্ত্তী আগবাঢ়ি গল ।—



আকৌ জয়ন্তী ড্ৰইংৰুমত বহিলহি । গোটেই মন অশান্তিৰে ভৰি উঠিছিল । ···আৰ্থিক কষ্ট, মানসিক সন্তাপ, বন্ধুবান্ধৱৰ আওহেলা, অৱজ্ঞা ।—

ঘৰৰ লগত উপেনৰ সমন্ধ কমি গৈছিল । সৰহখিনি দিন মৌজাৰ ঘৰতেই থাকে । মাজে সময়ে কেতিয়াবা তাৰ পৰাই কাৰোবাক পঠিয়াই দি লৰাটোৰ খবৰ কৰায়; কিবা কিবি বস্তুও কেতিয়াবা ঘৰলৈ পঠিয়াই দিয়ে, কেতিয়াবা পঠিয়ায় টকা-পইচা । কিন্তু সংসাৰ চলাবৰ কাৰণে সেই সাহায্য জয়ন্তীৰ পক্ষে যথেষ্ট নহৈছিল । ·চাৰিওফালে বাকী, ধাৰ, পাওনা দাৰৰ তাগিদ ।—

"আইদেউ"

জয়ন্তী যেন উচপ খাই উঠিল । —চাকৰ লৰা এটা ওচৰত থিয় হলহি ।

"ঘৰকৈ কওঁতে আজিলৈ দোকানীয়ে বাকীত দিলে কিন্তু কালিৰ পৰা বাকীত আৰু বস্তু নিদিওঁ বুলি কৈছে । সোনকালে পইচা আদায় নিদিলে দি অপমান কৰিব । দেউতালৈ খবৰ এটা দিয়ক । আজি তাৰ বিহে কথা শুনি মোৰেই বেয়া লাগিছে ।"

কথাকেইটা শুনিও জয়ন্তী নিরুত্তৰ হৈ বল, কোনো উত্তৰ নিদিলে । —দিবই বা কি ? ঘৰত থকা চাকৰ-বান্ধনিৰ পাওনা দৰমহাৰ বহুখিনিয়েই আজিলৈকে বাকী। তাগিদৰ ওপৰি তাগিদ ।

জয়ন্তী নিৰুপায়।—

চাকৰটো আঁতৰি গল। নিতান্ত নিঃসহায় মানুহৰ দৰে জয়ন্তী বহি বল। —গোটেই অন্তৰ উপেনৰ প্ৰতি ঘৃণাৰে ভৰি উঠিল। লগে লগেই মনত পৰিল কিৰণলৈ। —জয়ন্তীয়ে অনুভৱ কৰিলে সকলো দুৰ্গতিৰ মূলতে কিৰণ, কিৰণৰ কুট-পৰামৰ্শ। এটা প্ৰতিহিংসাৰ ভাব অন্তৰত জ্বলি উঠিল। মুহূৰ্ত্তলৈ জয়ন্তীৰ হিতাহিত জ্ঞান যেন লোপ হৈ গল। …বহাৰ পৰা জয়ন্তী থিয় হল। কিবা এটা ভাবিলে কিন্তু কোনো স্থিৰ সিদ্ধান্তলৈকো জয়ন্তী আহিব নোৱাৰিলে। —কন্তেকলৈ ইতস্ততঃ কৰি থাকি এবাৰ খোজ আগবঢ়াই দি গোসাই ঘৰটোৰ আগত জয়ন্তী থিয় হলহি।

বৰুৱাসকলৰ গোসাই-ঘৰ। —কেবা-পুৰুষীয়া প্ৰাচীন মন্দিৰ, ভিতৰত দেশ-বিদেশৰ পৰা সংগ্ৰহ কৰি আনি স্থাপন কৰা নানা বিগ্ৰহ। ……দেৱতাৰ দেহ শোভা কৰি বহুকলীয়া সোণ-ৰূপৰ নানা আভৰণ, আসনৰ সৌন্দৰ্য্য বঢ়াই সোণ-ৰূপৰ নানা ফুল, লতা, পাত। সেই অপূৰ্ব্ব শোভা যদি কাৰোবাৰ দৃষ্টিত পৰে, চকু যেন আৰু ঘূৰি আহিব নোখোজে।…

জয়ন্তীৰ বুকুখন থপথপাই উঠিল। ভৰি দুটাও কঁপিলে। —আৰু যেন ভৰি আগবাঢ়িব নোখোজে। …অতি সন্তৰ্পণে আগবাঢ়ি গৈ গোসাই ঘৰৰ দুৱাৰখন মেলি জয়ন্তী ভিতৰলৈ সোমাই গল।……বাহিৰৰ পোহৰ ভিতৰলৈ যাবৰ ভাল ব্যৱস্থা নথকাত ভিতৰত এন্ধাৰ। —দেৱতাক পোহৰ যোগাই কোনো বন্তিও জ্বলি থকা নাছিল। পূজাৰী বামুণ আহিবলৈ বন্ধ কৰা দিনটোৰে পৰা বিগ্ৰহ অস্নাত। ধূলি বহি অনাদৰে জয়ন্তীৰ

সুবিধা কৰ, বাহিৰে, ভিতৰে নানা কাম। কেতিয়াবা আজৰি প'লে চাকৰণী জনীয়েই বাহিৰৰ খটখটিত চাকি এগছ দি—দেৱতাৰ উদ্দেশ্যে প্ৰণাম জনাই তাইৰ নানা দুখ দুৰ্গতিবোৰ দূৰ কৰিবলৈ প্ৰাৰ্থনা কৰেহি। ...তাইৰ অন্তৰ ভৰা দুখ।—

ভিতৰত সোমাইয়ে কিবা এটা বিকট গোন্ধ নাকত লগা জয়ন্তীয়ে অনুভৱ কৰিলে। ভিতৰৰ মাটিবোৰ যেন পচি গৈছিল। কিন্তু একোৱেই জয়ন্তীক নিৰুৎসাহিত কৰিব নোৱাৰিলে —আগবাঢ়ি গৈ সিংহাসনৰ আগত, পূৰ্ব্বৰ অভ্যাসমতেই যেন, দেৱতাৰ উদ্দেশ্যে আঠুকাঢ়ি জয়ন্তীয়ে মূৰটো দোঁৱালে। অস্পষ্ট মাততে দেৱতাক লক্ষ্য কৰি কিবাকিবি কবলৈ ধৰিলে। কিছুপৰৰ পিছত মূৰটো ডাঙি দুয়োটা হাত যোৰ কৰি দেৱতাৰ ফালে চাই আঠুকাঢ়ি বল। —এইদৰে কিমান পৰ বল, জয়ন্তীয়ে নিজেই বোধ হয়, বুজিব নোৱাৰিলে। —জয়ন্তী যেন অস্থিৰ হৈ উঠিল। ..এবাৰ আঠুদুটাৰ ওপৰত ভিৰ দি, দুয়োটা হাত সিংহাসনলৈ আগবঢ়াই দিলে। কিন্তু লগে লগেই হাত দুখন পিছলৈ কোঁচ খাই আহিল। দেৱতাক স্পৰ্শ কৰিবলৈ জয়ন্তীৰ সাহ নহল। ..নবাটোলৈ মনত পৰিল। লগে লগেই বুকুখন ধপধপাই উঠিল। গাটো ঘামিবলৈ ধৰিলে। কিন্তু জয়ন্তী উঠি নাহিল।—

হঠাৎ জয়ন্তী এবাৰ থিয় হল। কন্তেকলৈ কিবা এটা ভাবিলে। তাৰ পিছত সিংহাসনৰ আগত দীঘলকৈ পাৰি থোৱা বহুকলীয়া দীঘল-ডাঙৰ ফুলাৰ কাপোৰ খনৰ ফালে হাতদুখন আগবঢ়াই দিলে। ...দিঠক নে সপোন জয়ন্তীয়ে বুজিব নোৱাৰিলে; —একোৱেই জয়ন্তীক নিবৃত্ত কৰিব নোৱাৰিলে।

কাপোৰ খনত লগাই থোৱা ফুল কেইপাহমান নবালবিকৈ হাতত তুলি লৈ বেগাবেগিকৈ জয়ন্তী বাহিৰলৈ ওলাই আহিল। ...কেইপাহ ফুল, কিহৰ ফুল, জয়ন্তীয়ে কব নোৱাৰিলে। বুজিবৰ সময় নাই। —চকু, কাণ জপাই জয়ন্তী পোৱালি খোটালী পালেহি। নবালবিৰ বেগত গোসাঁইঘৰৰ দুৱাৰখন বন্ধ কৰি আহিবলৈকো জয়ন্তীয়ে পাহৰিলে।—

গোটেই হৃদয়জুৰি হেন্দোলনি, গাত কঁপনি; কি হৈছে জয়ন্তীয়ে বুজিব নোৱাৰিলে। হাতত লৈ অহা বস্তু কেইটা ভালকৈ চাবলৈকো সাহ নহ'ল। —নবালবিকৈ কাপোৰৰ আচলত ফুল কেইপাহ বান্ধি লৈ বিছনাখনত দীঘল দি পৰি—জয়ন্তীয়ে কোপাবলৈ ধৰিলে।—



—ইয়াৰ মাজতে কেবাদিনো পাৰ হৈ গ'ল। জয়ন্তীৰ দিনবোৰ আগৰ দৰেই চলিবলৈ ধৰিলে। উপেনৰ কোনো খবৰ বাতৰি জয়ন্তীলৈ অহা নাই, খবৰ-বাতৰিৰ কাৰণে জয়ন্তীও ব্যগ্ৰ নহ'ল।—

বহুত কাৰণত ক্লাবলৈ যোৱা জয়ন্তীয়ে বন্ধ কৰিছিল। হঠাৎ কোনোবা সভ্যাৰ লগত ৰুৱাত দেখা হলে ক্লাব সম্পৰ্কে দুই এটা কথা পত্তাৰ বাহিৰে ক্লাবৰ লগত আৰু কোনো সম্বন্ধ জয়ন্তীয়ে নৰখাইছিল।

সেইদিনা মণিকান্তৰ ঘৰৰ চাকৰ এটাই জয়ন্তীক চিঠি এখন দিলেহি। চিঠি দিয়াৰ কোনো কাৰণ নুবুজি, নবালবিকৈ খামটো ফালি চিঠিখন পঢ়িবলৈ ধৰিলে।—

ক্লাবত জৰুৰী মিটিং, মণিকাই মাতি পঠিয়াইছে। সানুনয় অনুৰোধ জয়ন্তী যেন নহাকৈ নাথাকে। —কিহৰ কাৰণে ইমান জৰুৰী মিটিং জানিবৰ কাৰণে জয়ন্তীৰ কৌতূহল হল।—

"কিহৰ মিটিং কিবা কৈছে নে?"

"নাই কোৱা, মোক উত্তৰটোহে নিবলৈ কলে। লিখিয়েই দিয়েনে, মুখেৰেই কয়, কওক, মই যাওঁ।"

জয়ন্তী অনিশ্চিত হৈ পৰিল। ক্লাবৰ কেইগৰাকীমান বিশিষ্টা মহিলাৰ কথা মনলৈ আহিল। নিনিবতে যেন সকলো উদ্যম, উৎসাহ নাইকিয়া হৈ গল। লগেলগেই এই সভ্যা 'কই গৰাকীৰ প্ৰতি এটা অৱজ্ঞাৰ ভাবে অন্তৰত দেখা দি জয়ন্তীক সহিবলৈ ধৰিলে। —কিন্তু শেষত ক্লাবলৈ যোৱাটোকেই জয়ন্তীয়ে স্থিৰ কৰিলে।…

"মই যেনে তেনে যাম বুলি মণিকাক কবা। চিঠি নিদিওঁ।"

চাকৰটো বাহিৰ হৈ গল।………

আবেলিৰ লগে লগেই ক্লাবলৈ যাবলৈ জয়ন্তী প্ৰস্তুত হল। …বাহিৰত অলপ জাৰৰ ভাব। বাকচ খুলি নতুন আলষ্টাৰটো উলিয়াই লৈ গাত জাপালে। তাৰ পিছত ওচৰত থকা ডাঙৰ আচিখনৰ ওচৰলৈ গৈ চোলাটো গাত খাপ খাইছে নে নাই, পৰীক্ষা কৰিলে। …কিছু সময় থিৰ হৈ থাকি চোলাটো গাৰ পৰা খহাই বাও হাত খনৰ টাবিত পেলাই লৈ বিছনাখনৰ ওপৰত থকা জেলিচি বেগটো হাতত তুলি ললে।……

জয়ন্তী আপলাচ্ছি যাব খোৱাবিলে। কৰবাৰ পৰা নবাটো নদি আহি হুয়োটা হাতেৰে মাকক সাবোটি ধৰি পিত-মূলত কোমল গালেৰে মাকৰ ধৰত মাতৰে এজাক কৰিলে। —কিন্তু তাৰ কথা মাকৰ কাণলৈ নগল। জয়ন্তীৰ

চকু গল তাৰ হাত ধুৱনলৈ আৰু নিজে পিন্ধি থকা দামী শাৰী খনলৈ। লৰাটোৰ হাতৰ বোকা শাৰীখনত লগা দেখি জয়ন্তীৰ খং উঠিল। হাতেৰে লৰাটো ঠেলা মাৰি আঁতৰাই দি, লৰাটোক নিবলৈ চাকৰণী জনীক মাত দি, লৰাটোৰ পৰা কেইখোজমান আঁতৰি গৈ, চাকৰণীজনী আহিবৰ কাৰণে অপেক্ষা কৰি ৰল।...

কিন্তু জয়ন্তীৰ আক্ৰকাল নকৰিল। মাকে আঁতৰাই দিয়া দেখি লৰাটোৰ খং উঠিল। কান্দি কান্দি মাকক মাৰিবলৈ খেদি গ'ল। ...নিৰুপায় মানুহৰ দৰে বোকা লগাৰ ভয়ত জয়ন্তীয়েও খোটালীটোৰ ইকালে সিকালে গৈ বোকা লগাৰ পৰা নিজকে ৰক্ষা কৰিবৰ কাৰণে চেষ্টা কৰিবলৈ ধৰিলে। .. চাকৰণীজনীয়ে পলম কৰা দেখি জয়ন্তী অধৈৰ্য্য হৈ উঠিল। ...অকথ্য মাতেৰে তাইক গালি পাৰিবলৈ ধৰিলে। গালি শুনিয়েই বোধহয়, কৰবাৰ পৰা চাকৰণীজনী দৌৰি জয়ন্তীৰ আগত থিয় দিলেহি। কিন্তু গৃহস্থনীৰ ইমান খঙৰ কাৰণটো বুজিবলৈ নৌ পাওঁতেই গৃহস্থনীৰ হাতৰ চৰ এটা তাইৰ গালত পৰিলহি।

"ক'ত মৰিবলৈ গৈছিলি? লৰাটো চাব নোৱাৰ? বোকা লোৱা দেখা নাই, কণা হৈছিলি নে কি?"

গৃহকর্ত্রীৰ ইমান খঙৰ কাৰণটো তাই বুজিলে। কিন্তু নিজৰ গালৰ যন্ত্ৰণাৰ কথা ভাবিবলৈ তাইৰ অৱসৰ নহল। লৰালৰিকৈ লৰাটোৰ ওচৰলৈ গৈ তাক কোলাত তুলি লবলৈ চেষ্টা কৰিলে, কিন্তু কোলাত উঠিবলৈ স'বা' মান্তি নহল। কোলাৰ পৰিবৰ্ত্তে মাটিত বাগৰি পৰি চিঞৰিবলৈ ধৰিলে। ......এই দৃশ্য দেখিও জয়ন্তী কব নোৱাৰিলে। জয়ন্তীৰ সময় নাই। জয়ন্তী ব্যস্ত। লৰাটোৰ মাটিৰ চাকৰণী জনীৰ হাতত দি

খোটালীটোৰ পৰা জয়ন্তী বাহিৰ হৈ গল ।... .

কেবাখনো দামী মটৰ গাড়ী ক্লাবৰ আগত বৈ থকা জয়ন্তীৰ চকুত পৰিল । কিন্তু কাৰ গাড়ী চিনিব নোৱাৰিলে । —মনৰ কৌতুহল বাঢ়ি উঠিল । —বেগাই খোজ দি জয়ন্তী আগবাঢ়ি গল ।

দুৱাৰ মুখত থিয় হৈয়ে, ভিতৰত সভ্যা সকলৰ বাহিৰেও, আন কেবাগৰাকীও পুৰুষক বহি থকা দেখি, জয়ন্তী আচৰিত হল । কন্তেকলৈ ইতস্তত: কৰি থাকি শেষত জয়ন্তী ভিতৰলৈ সোমাই গল ।

"বাইদেউ আহক, বহুত দিনৰ মূৰত আহিল । বহকহি ।"

মণিকাই মাত দিলে ।

উদং হৈ থকা চকী এখনত জয়ন্তী বহিলহি । পুৰুষ সকলৰ ভিতৰৰ হেৰ শইকীয়া আৰু মণিকাৰ দেউতাকৰ বাহিৰে বাকী কেইজনক জয়ন্তীয়ে চিনি নাপালে । ভদ্ৰলোক যে বিশেষ কিবা কাৰণত আহিছে জয়ন্তীয়ে অনুমান কৰিলে । কিন্তু এই বিষয়ে কাকো কোনো প্ৰশ্ন নকৰিলে ।...

"বাবুজী, কথা আৰম্ভ কৰো, কি কয় ?"

হেৰ শইকীয়াই ওচৰত বহি থকা শকত আহৃত ভদ্ৰলোক গৰাকীৰ মুখলৈ চালে ।

"হা বাবুজী, হামলোগৰো বহুত কাম । দেড়ি না কৰিলেই ভাল আছে ।.. "

ইয়াৰ আগতেকে মানুহজনৰ সাজ-পাৰৰ পৰা ভেও বিদেশী বুলি জয়ন্তীয়ে ভবা নাছিল । কিন্তু মানুহজনৰ মুখৰ কথা আৰু মাত শুনি জয়ন্তীৰ ভুল ভাঙৰ হল ।

"আপোনাসকলৰ বহুতেই বোধহয়, গম পাইছে যে আমি কেইজনমানে এটা ফিল্ম কৰা কোম্পানী পাঁচ তুলিব খুজিছো। তাৰ ভিতৰত এওঁত দুজনেই হল প্ৰধান, আমি মাজতহে ···।"

শইকীয়াৰ শেষ নহল।—

"ছিঃ, ছিঃ, বাবুজী, এছুৰ বাত নকৰ, হৰ্ ি চৰম লাগে। —আপনিয়েই ছুৰ ।"

শইকীয়াৰ কাষত বহি থকা ভদ্ৰলোক জনে বাধা দিলে। কিন্তু শইকীয়া ক্ষান্ত নহল।—

"বাবুজী, আপুনি মনে মনে থাককছোন। ···এখেত সকলৰ, তেখেত হল বাবু জয়চান্দ জৈন আৰু এখেত হল বাবু দুৰ্গা প্ৰসাদ আগৰৱালা। আপোনা সকলৰ বহুতেই এখেত সকলৰ দোকানলৈ নগলেই নহয়। ভাল কাপোৰ, আপটু-দেত ডিজাইন, ভদ্ৰ ব্যৱহাৰ এই দুখন দোকানতেই ···।"

শইকীয়াৰ শেষ নহল। জয়চান্দ বাবুৱে শইকীয়াৰ কথাৰ লগত যোগ দিলে—

"হা বাবুজী, মাইলোগ হামালোগক কৃপা কৰি থাকে। হামিভি যি ৰকম পাৰে ছেৱা কৰে। ·"

"এখেত সকলে টকা-পইচাৰ কথা ভবা নাই। —দুয়োজন কোটিপতি মহাজন। এওঁলোকৰ হবেক ৰকমৰ কাৰবাৰ; তাতে দুয়ো হল ভেকা-মানুহ। নতুন ব্যৱসায় এটা কৰি চাব খুজিছে। —মযো বিমান পাৰো সহায় কৰি দিম বুলি মাত দৈছো। —তুমি যদি ভাল হয় মহাজনৰ লাভেই লাভ। সেইটো বুজিয়েই তেখেত সকলো আগ বাঢ়িছে।···"

"চেটা কৰিলে ছবি কিয় ভাল নহব ?"

মণিকাৰ সেইভাৱে মন্তব্য কৰিলে।

"সেইটোৱেই হৈছে আচল কথা। জেনেকৈ সকলোবোৰ কথা হলে ছবি ভাল হব লাগিব। —আৰু তাকে কৰিব লাগিলে ভাল অভিনেতা, অভিনেত্ৰী পাব লাগিব। —যাকে তাকে লৈ ছবি নহয়। —আমি যিমান পাবো ভাল অভিনেতা, অভিনেত্ৰী লৈয়ে আৰম্ভ কৰিম। —কিন্তু কাম আৰম্ভ নকৰাকৈ কোন ভাল, কোন বেয়া কোৱা টান। —এই অৱস্থাত প্ৰথমে আমাক মানুহ লাগে, বিশেষকৈ তিৰোতা মানুহ। যেই সেই তিৰোতা হলেও নহব। যাৰ এই বিষয়ে অভিজ্ঞতা আছে তেনে মানুহহে লাগে। —আমাৰ এই অভাৱ আপোনালোকেই পূৰাব পাৰিব বুলি আশা কৰিয়েই তেওঁলোকো আহিছে, নহয় নে বাবুজী?"

"ঠিক বাত, বাবুজী। আপনি ঠিক বাতাইছে।"

দুৰ্গাবাবুৱে শইকীয়াক সমৰ্থন কৰিলে।—

"এতিয়া আপোনাসকলৰ মতামত জনালে আমিও কিবা এটা খাটাং সিদ্ধান্তলৈ আহিব পাৰো, নহয় নে, জয়চান্দবাবু?"

"হামালোগৰ কথা আপনি বাবুজী, ঠিক, ঠিক বাতাইছে। —এই দেহ হামালোগৰভি আছে। হামালোগৰ দেহা একটা ছবি হামালোগে মনমানে লোছৰা মাঙ্গছে বানাই দিবে, বাবুজী। —কমীয়া-পইচা ভিয়াৰ আছে। লেকিন মাইলোগ মদত না দিলে ছবি না হব, বাবুজী, এই বাত খিয়াল ৰাখিব।..."

জয়চান্দ বাবুৰ উক্তিটো সকলোৱেই আগ্ৰহেৰে শুনিলে। কিন্তু মনে মনেই তাৰ পকৰ পৰা কোনো উত্তৰ নহা দেখি শইকীয়াই যোগ দিলে।—

"মতো আপেনেই কৈছো, বাবুজী। টকা-পইচা আপোনালোকে

দিব ঠিক। কিন্তু মানুহেই যদি মাৰ্পায়, তুমি কেনেকৈ হব ?..."

"হামিতো ছেই বাতেই কৈছে বাবুজী। হামালোগৰ দেহুত মানুছভি আছে, বাঁদৰা-পহিচান্তি আছে। ছবি না হব ই কেনে কথা আছে। —ছেইদিন, বাবুজী, আপনি টিকেছ দিলে হামি আৰ জয়চান্দ বাবু খেলৰত যালো। খেলৰ দেখি হামাৰ ছেইদিন চোক খুলি যাইছে, বাবুজী। মাছুহ হামালোগৰ অকল আছে। ছেই দিন ঐ মাইজী কি বাহাদুৰ খেল দেখাইছে...।"

লগে লগেই দুৰ্গা বাবুৱে জয়ন্তীক আঙুলিয়াই দেখুৱালে। কথা শুনি সকলোৱে চকু জয়ন্তীৰ ফাললৈ গল। চকুত পৰিল মুখটো তললৈ কৰি মাটিত কিবা এটা চাই জয়ন্তী বহি আছে। —জয়ন্তীৰ এই অৱস্থা আত্মতৃপ্তি নে, বিনয় কোনেও বুজিব নোৱাৰিলে।—

দুৰ্গা বাবুৰ শেষৰ কথাকেইটাৰ প্ৰায় লগে লগেই অলকা মকৰাই মাত লগালে।—

"আমাৰ বাকীবোৰেও ভাল কৰিছে। সেইদিনা কাৰো বেয়া হোৱা নাই।..."

"ঠিক মাইজী, ছবলোগ ভাল কৰিছে। —আভি হামা-লোগৰ মতলব একটা ছবি বানাব লাগে। পুৰুছ মানুহ পাওৱা যাবে, লেকিন মাইলোগ না হলে মুস্কিল আছে।"

কথাকেইটা কৈয়ে প্ৰত্যুত্তৰ পাবলৈ জয়চান্দ বাবুৱে মহিলা সকলৰ ফাললৈ চাই ৰল। —কিন্তু তেওঁলোকৰ পৰা কোনো প্ৰত্যুত্তৰ নহা দেখি পইকীয়া ৰবে হবে ৰব নোৱাৰিলে।—

"আপোনালোকৰ সহযোগ বিচাৰিয়েই আমি আহিছো। যদি ক্লাবে আমাক অলপ সহযোগিতা কৰে তেন্তে আমি আজি

সোনকালেই ছবি এখন কবি উলিয়াব পাবিম। বই নিজেও এনেয়ে বহি থকা নাই। নাটক এখন ঠিক কবি বখাইছো। মানুহ পাগে কালিব পবাই কাম আবস্ত কবিব পাবো।—”

“আপোনাক কেইগৰাকীমান মানুহ লাগিব?”

অলকা বৰুৱাই শইকীয়াক প্রশ্ন কবিলে।—

“ধবক ছয়-সাত গবাকী। দুই এগবাকী হয়তো বেছিও হব পাবে, ঠিক নাই। যেয়ে আগবাঢ়ি আহে তাকে আমি চান্স দিম। কাকো হতাশ কৰা আমাৰ উদ্দেশ্য নহয়।..”

“বাবুজী, মুই কলকত্তা, বোম্বাই বহুত দফে যাইছো। বহুত ছবি কোম্পানীতি দেখিছে। কিতনা মাইলোগকো দেখা! খালি ছবি বানাইছে, রূপীয়া কামাইছে। হরদম খানা-পিনা, গান-তামাছা, বিলকুল বাণীকা মাফিক।....”

কথাকেইটা কৈয়ে মনৰ আনন্দত জয়চান্দ বাবুৱে হাঁহিবলৈ ধবিলে। —তেওঁৰ লগত হেম শইকীয়াই যোগ দিলে—

“আপুনি ঠিক কৈছে, বাবুজী। কিন্তু একট্রেছ বিলাকৰ উর্পার্জনেই আটাইতকৈ বেছি। আমাৰ দেশৰ ছোৱালীবিলাকৰ জীৱনত কোনো আদর্শ ই নাই। সেই চুক তেকুলী চুকতেই আছে। এখন ছবিত যদি এবাৰ নাম কবি লব পাবে তেন্তে জীৱনলৈ আৰু ভাবিব নালাগে। টকা-পইচা, মান-সন্মান, খ্যাতিৰ খোজামতি, কি লাগে অনায়াসে হাতলৈ আহিব। পিছে আমাৰ মানুহবোৰ পিছ পৰা।...”

ক্লাবৰ সভ্যসকলে গোটেইবিলি আলোচনা শুনি থাকিল, কোনো ব্যক্তিগত মতামত কোনেও প্রকাশ নকৰিলে। ক্লাবৰ দুবীয়াল হিচাবে আলোচনাত যোগ দিলে একমাত্র অলকা বৰুৱাই।

"বেপাৰীৰ কথা মো তোমালোকে কিয় বিশ্বাস কৰিছা, মণিকা? বেপাৰ কৰিবলৈ আহি বহুতে বহুত কথা কয়। লোক সব বুলি সকলো। মনেও যে মই যাব পাৰিম, আশা নাই। সেইদেখি তোমালোক আন কেইগৰাকীমানেই গুলোৱা। মোৰ বয়সো গল।..."

"বৰছোন, বাজে কথা বাদ দিয়ক; আচল কথালৈ আহক।..."

হঠাৎ অলকা বৰুৱাৰ পৰা বাধা পাই জয়ন্তী অপ্ৰস্তুত হৈ পৰিল। কিন্তু মনে মনে কবলৈ বাধ্য হল। জয়ন্তীৰ প্ৰতি যেন অলকা বৰুৱা অলপ বিতুষ্ট।—

"মণিকা, আমি কথা দিলো যেতিয়া নাম দিবই লাগিব। কোন বায়, কাৰ বাবলৈ আপত্তি আমি নাজানো। সেইদেখি যি যি ছবিত নামিব খোজে তেওঁলোকে আমাক জনাই আবেদন কৰক। —তাৰ ভিতৰৰ বাচ বাচ দিয়া উচিত আমি দিম, কি কোৱা?..."

"আবেদন তাবেদন বাদ দিয়ক। আপোনাক কলেই হব।"

মিছেছ শইকীয়াই মন্তব্য কৰিলে।

"সেইদৰে নহব। লিখিত আবেদন হব লাগিব। পিছত কাৰ্যক্ষেত্ৰত কি লোৰ পৰশৈ ঠিক নাই।..."

"আপুনি তোমালোকেই জান হব, যাইনেই। আবেদন কৰক।.."

"তেওঁলোকেও আবেদন লোককালে দিয়াই হৈছে। সেই কাৰণেই, আজিৰ পৰা তিনিদিনৰ ভিতৰতে আবেদন পত্ৰ মোৰ হাতত পাবলাহ লাগিব। এই বিষয়ে সকলো, আন কথা, এক মত?"

বাধি আওতা অবস্থাৰ পৰা আঁতৰাই দি, টোপনিৰ পৰা তাইক তুলিবৰ চেষ্টা কৰিলে। কিন্তু তাইৰ টোপনি নাভাগিল। বিকৃত এটা মাতেৰে অৰ্থশূন্য কিবাকিবি কিছুমান কথা মুখেৰে বলকি কেৱল পৰা আঁতৰি আহি মাটিত বাগৰি পৰি আকৌ টোপনি গল।… তাইক তুলিব নোৱাৰি জয়ন্তৰ খং বাঢ়ি উঠিল। হাতত থকা ভেলিটি বেগটো আৰু আলষ্টাৰটো বিছুনাখনৰ ওপৰত থৈ আকৌ চাকৰণী ছোৱালীজনীৰ ওচৰলৈ আহিল। —এইবাৰ দুয়োটা হাতেৰে তাইৰ বাহু দুটাত ধৰি তাইক জোকাৰি জোকাৰি তাইৰ টোপনি ভাঙিবলৈ চেষ্টা কৰিলে। …বহু চেষ্টাৰ পিছত তাই সাৰ পালে। জয়ন্তৰ নিজৰো ভাগৰ লাগিল। গৃহস্বামীক আগত দেখি তাই থিয় হল।—

"হাৰামজাদী, এইদৰে যে মৰি আছ, লবাটো কৰিলি কি? ফুট-পদূলিতে তোক মৰ-টোপনিয়ে ধৰিছেহি দে, থাকিলেই যে নোৱাৰা হলি? নই উঠক্তি আহিবলৈকো, বাট চাব নোৱাৰিলি?"

গৃহস্বামীৰ খঙৰ কাৰণটো তাই বুজিলে। কিন্তু ইয়াৰ আগতে যে তাইৰ ওপৰত থিয় গোৰ আৰু জোকাৰণিৰ ভূমিকম্প হৈ গল, সেই কথা তাই ধৰ নাপালে। …চকু দুটা মোহাৰি মোহাৰি টোপনি খেদিবলৈ তাই যত্ন কৰিলে। কিন্তু তাইৰ নিৰুত্তৰ অৱস্থা দেখি গৃহস্বামীৰ ধৈৰ্য্যৰ বান্ধ ছিঙি গল। দুয়োটা হাতেৰে আকৌ তাইৰ বাহু দুটাত ধৰি তাইক জোকাৰি জোকাৰি প্ৰশ্ন কৰিলে—

"লৰাটো ক'ত থলি সকত কিয়? তোক হ্যাবোলে পালে সে কি?…"

ঘৰলৈ তোলুৱা হলেও, আহী, নাকৰ ফলত ধৰি, আজি

ভাত দিয়েহি। পূৰ্ব্বৰ নিৰ্দ্দেশ মতে আজিও ৰান্ধনিয়ে ভাত দিলেহি। ..সময় নষ্ট হ'বলৈ নিদি ভাত খাবলৈ বুলি মেজৰ ওচৰত থকা চকীখনত জয়ন্তী বহিলহি।...

নানা চিন্তাত জয়ন্তীৰ মনটো অশান্ত হৈ পৰিছিল। সোনকালে বিছনাত পৰিবৰ কাৰণে ব্যগ্ৰ হৈ উঠিল। লৰাটো লগলৈ অনাৰ কথা এবাৰ ভাবিলে কিন্তু তাক আনিবৰ কাৰণে উপেনৰ খোটালীটোলৈ নগল। কিবা কিবি কথা ভাবি ভাবি কিছু পৰলৈ বিছনা খনতে বহি ৰল। ...তাৰ পিছত আঠুৱাখন পেলাই লৈ বিছনাখনত বাগৰ দিলে। ...চকুলৈ টোপনি নাহিল। লৰাটো নোহো! বিছনাখনত অকলে অকলে পৰি থাকিবলৈকো ভাল নালাগিল। লৰাটো লগলৈ অনাৰ কথা ভাবিলে। কিন্তু লগে লগেই কিবা এটা দ্বিধাৰ ভাবে জয়ন্তীক বাধা দিলেহি, জয়ন্তী অনিশ্চিত হৈ পৰিল।..

বিছনাখনৰ ওপৰত বৰকৰাই পৰি ৰল। কিন্তু মনৰ অশান্তি নাঁতৰিল। শেষত এবাৰ বিছনাৰ পৰা জয়ন্তী নামি আহিল। ...ভিতৰত জ্বলি থকা লেম্পটো হাতত তুলি লৈ লাহে লাহে খোটালীটোৰ পৰা ওলাই গৈ উপেন থকা খোটালীটোৰ দুৱাৰখন মেলি ভিতৰলৈ সোমাই গল।

কিন্তু ভিতৰত ভৰি দিয়েই হঠাৎ থোৰ বন্ধ হৈ গল। খোটালীটো নিজান। উপেন নাবে আছিল যে, টোপনি গৈছিল জয়ন্তীয়ে নতিন সোমাবিলে। বিছনা খনৰ ওচৰলৈ গৈ উপেনৰ কাষতে শুই থকা লৰাটো আনিবলৈ সাহ নহল। কিবা অপৰাধৰ শাস্তি যেন হাতভৰিবোৰ কঁপিবলৈ ধৰিলে। কিন্তু জয়ন্তী উভতি আহিল। ...শেষত বিছনাখনত [illegible] জয়ন্তী নিজ মনতে।...

হাতৰ লেমটো বাটিত লৰাই থৈ আঠুৰাখন দাঙি ধৰোতেই উপেনৰ মাতটো কাণত পৰিলহি—

"কোন ?"

"মই"

"কি লাগে ?"

মাতটো কৰ্কশ । জয়ন্তীৰ কাণত বাজি গল ।

"লৰাটো নিবলৈ আহিছো ।"

'লৰা নিবলৈ মই নিদিও । মোক বিৰক্তি কৰিব নালাগে ।"

'কিয় ? বাতি সি আমনি কৰিব । মই তাক নিও ।"

জয়ন্তীৰ কণ্ঠস্বৰ ধীৰ, কোমল । লৰাটো আনিবলৈ হাত দুখন আগবঢ়াই দিলে ।—

"লৰা মোৰ লগত থাকিব । সি আমনি কৰা কথা কোনেও ভাবিব নালাগে ।

মাতটো সমানেই কৰ্কশ । —লগে লগেই জয়ন্তীৰ হাত দুখন আঁতৰাই দিবলৈ চেষ্টা কৰিলে ।

এনেকুৱা এটা অৱস্থাৰ কাৰণে জয়ন্তী মুঠেই প্ৰস্তুত নাছিল । উপেনৰ ব্যৱহাৰত প্ৰথমে বিৰক্তি বোধ কৰিছিল, কিন্তু লাহে লাহে জয়ন্তী আতংকিত হৈ উঠিল । উপেনৰ উদ্দেশ্য কি হব পাৰে বুজিব নোৱাৰিলে ।—

"ইমান সৰু লৰা এটা মাকৰ পৰা আঁতৰি থাকিব পাৰে নে ? আপুনি এইবোৰ কি কথা কৈছে··· ?"

মাতটো কোমল কৰিব নোৱাৰিলে ।

"মাক ? কোন ? তুমি ? তাৰ মাক নাই । ধৰা হলে

[illegible]

মালকাল মহয় । তুমি কি কি বোধ কবি আছা সকলো মই খবব পাই আছো । —ধৈৰ্য্যবো এটা সীমা আছে ।

—এই মাজবাড়ি খন মই চুপতি কবিব খোজা নাই । কালিলৈ মই কিবা এটা ব্যবস্থা কবিম । —এতিয়া মোক আমনি নকৰি ইয়াৰ পৰা যাব লাগে ।…"

কথাকেইটা কৈয়ে শোৱাৰ পৰা উঠি দাড়ি থোৱা আঠুৱাখন পেলাই দি আকৌ উপেন বিছনাখনত দীঘল দি পৰিল ।—

উপেনৰ ব্যৱহাৰত জয়ন্তীয়ে অপমান বোধ কৰিলে, জয়ন্তীৰ খং উঠিল ।—

"মৰা বোৰ, মই তাক নিবেই, বাধা মই নামানো ।"

কথাকেইটাৰ লগে লগেই আঠুৱাখন দাড়িবলৈ বুলি ছুৱোটা হাতেৰে আঠুৱাখনত ধৰি ওপৰলৈ তুলিবলৈ ধৰোতেই উপেনে বাধা দিলে—

"তুমি ইয়াৰ পৰা যাবা নে নোযোৱা ?"

শোৱাৰ পৰা উঠি উপেন বিছনাখনত বহিল ।

"তাৰ মাক বুলি কবলৈ তুমি লাজ পাব লাগিছিল । কিন্তু লাজ পোৱা দূৰৰ কথা, মাক বুলি দাবী কৰি মাজ বাড়ি মোৰ অশান্তি বঢ়াইছাহি ।"

আকৌ উপেন বিছনাত পৰিল ।—

কোনো প্ৰত্যুত্তৰ দি জয়ন্তীয়ে প্ৰতিবাদ নকৰিলে ।— কিবা এটা ভাবি কন্তেক পৰলৈ নিতাল মাৰি ৰল । তাৰ পিছত মেমটো হাতত তুলি লৈ থোচালীটোৰ পৰা বেলাবেলিকৈ ওলাই আহিল ।……

নিজৰ থোচালীটোলৈ আহি বিছনাখনত জয়ন্তী বাগৰি পৰিল ।

অপমানৰ গ্লানিত গোটেই মন দুখেৰে ভৰি উঠিছিল। অৱশেষ বেজাৰ হৈছি ধৰি ৰখা অসম্ভৱ হল। পাকটোত মুখটো দি চক চক কৰি জয়ন্তীয়ে কান্দিবলৈ ধৰিলে —

এইদৰে কিমান পৰ কান্দি থকা বুজিব নোৱাৰিলে। কিন্তু গধুৰ হৃদয়খন লাহে লাহে পাতলিবলৈ ধৰিলে। ...টোপনি যাবলৈ চেষ্টা কৰিলে, কিন্তু চকুলৈ টোপনি নাহিল। —এবাৰ ইকাষ, এবাৰ সিকাষ কৰি বিছনাত ৰবকৰাই জয়ন্তী পৰি ৰল। ...নবাটো লগত নাই, তাৰ অনুপস্থিতিত মাতৃ হৃদয় যেন ব্যথিত হৈ পৰিছিল। ...জয়ন্তী নিৰুপায়, নিঃসহায়। ...উপেনৰ ওপৰত কোনো দিনেই আস্থা স্থাপন কৰিব পৰা নাছিল, আজিও নোৱাৰিলে। জয়ন্তীৰ ভয় হল—যদি উপেনে নবাটো লৈ যায়? সকলো দুখ পাতলাবৰ একমাত্ৰ কেন্দ্ৰ হল নবাটো। —তাকো যদি লৈ যায়, জয়ন্তী কেনেকৈ থাকিব? আগন্তুক বিপদৰ কথা ভাবি বুকুখন কঁপি উঠিল। ...বিছনাত জয়ন্তী আৰু পৰি ৰব নোৱাৰিলে। নবাটো লগলৈ আনিবলৈ আৰু এবাৰ চেষ্টা কৰা ভাব এটা মনত খেলাই গল। কিন্তু লগে লগেই জয়ন্তী উঠি যাব নোৱাৰিলে। নিৰাশাৰ হতশ্বাসেৰে গোটেই হৃদয় ভৰি উঠিল, অপমানৰ তাপত মনটো কোঁচ খাই গল। আকৌ জয়ন্তী বিছনাত দীঘল দি পৰিল।...

কেঁকুৰালিৰ লগে লগেই বিছনাৰ পৰা নামি জয়ন্তী বাহিৰলৈ ওলাই আহিল। ...চাৰিও কাষে নিজম, নিস্তব্ধ, কোনো সাৰ উঠা নাই। লাহে লাহে উপেনৰ কোঠালীটোৰ দুৱাৰ মুখৰ ওচৰলৈ আহি অতি সন্তৰ্পণে দুৱাৰখন মেলি— সৌ পাতে উপেন টোপনিত লালকাল, লগতে নবাটোও। ...কন্দেক পৰলৈ জয়ন্তীয়ে

কিবা এটা ভাবিলে, তাৰ পিছত খোটালীটোৰ ভিতৰলৈ সোমাই গৈ বিছনাখনৰ ওচৰত থিয় দিওঁতেই কাণত পৰিলহি—

"মাই, মাই ..।"

লগে লগেই চকুত পৰিল—বিছনাৰ পৰা নামিবলৈ সি চেষ্টা কৰিছে। মুহূৰ্ত্তলৈ যেন জয়ন্তীয়ে গোটেই জগত খনকে পাহৰি গল। ..অন্তৰৰ সকলো দ্বিধা, সকলো সঙ্কোচ অন্তৰ্হিত হৈ গল। ..বেগাবেগিকৈ আঠুৱাখন দাঙি লৰাটো কোলাত তুলি লৈ বাহ্যজ্ঞান শূন্য মানুহৰ দৰেই নিজৰ খোটালীটোলৈ বাউলী হৈ জয়ন্তী প্ৰায় লৰি উভতি আহি খোটালীটোৰ দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিলে।



কাছাৰিত কিবা কাম থকা কাৰণে উপেন দুদিন ঘৰত থাকিবলৈ বাধ্য হল। —এই দুদিন জয়ন্তীৰ লগত কোনো কথা বতৰা নহল, আনকি, লৰাটোও বাঁতি মাতি ওচৰলৈ আনিব নোৱাৰিলে। তৃতীয় দিনা পুনৰ উপেন মৌজালৈ উভতি গল।...

বাকী সময়ত জয়ন্তীৰ লগত দেখা নহল। জয়ন্তীক উপেনে নিবিচাৰিলে, উপেনক বিচাৰিও জয়ন্তী নগল।

উপেন ঘৰ পৰা আঁতৰি গল। জয়ন্তীৰ স্বাধীন গতিত উপেন যেন অন্তৰায়। কিন্তু উপেন যোৱাৰ পিছতো জয়ন্তী সুখী হব নোৱাৰিলে। জয়ন্তীৰ ভয় উপেনে লৰাটো জয়ন্তীৰ বুকুৰ পৰা আঁতৰাই নিনিয়াকৈ নাথাকে। ..লৰাটো সি কিমানক গতাই দিয়াৰ বাহিৰে যে আন আৰু একো ব্যৱস্থা উপেনৰ পক্ষে

সম্ভৱ নহয়, সেই কথাও জয়ন্তীয়ে বুজিছিল। ...কিৰণৰ কথা মনলৈ আহিলেই জয়ন্তীৰ গোটেই অন্তৰত প্ৰতিশোধৰ এজুৰা জুই জ্বলিবলৈ ধৰে। লগে লগেই, উপেনৰ এই সিদ্ধান্ত কেনেকৈ ব্যৰ্থ কৰিব পাৰি তাৰে উপায় চিন্তা কৰি জয়ন্তী অস্থিৰ হৈ পৰে। —জয়ন্তীৰ বিশ্বাস জয়ন্তীৰ যত অশান্তিৰ মূলতেই কিৰণ।..

সকলো দুশ্চিন্তাৰ মাজেদিয়েই সেইদিনা ক্লাবত হোৱা সকলো আলোচনা আৰু সিদ্ধান্তৰ কথা সঘনে মনৰ মাজত দেখা দি জয়ন্তীৰ অশান্ত মন ভাৰাক্ৰান্ত কৰি তুলিলেহি। ......ছবিৰ কোম্পানীৰ লগত সহযোগ কৰা উচিত হব নে নহয়, কোনো সিদ্ধান্ত জয়ন্তীয়ে কৰি উঠিব নোৱাৰিলে। লিখিত ভাবে আবেদন নিবেদন কৰা প্ৰস্তাৱ জয়ন্তীয়ে অপমান জনক বুলি বিবেচনা কৰিছিল। কিন্তু সেইদিনা যাবোৱাৰী মহাজন দুজনৰ মুখৰ প্ৰশংসাৰ কথা মনত পৰিলেই জয়ন্তীৰ মন চঞ্চল হৈ উঠে। দৰখাস্ত এখন দি আবেদন কৰাৰ নিচিনা ভাব এটা মনলৈ আহে। কিন্তু জয়ন্তী অনিশ্চিত হৈ ৰল। দিন আগ বাঢ়িবলৈ ধৰিলে।...

কমলা চক্ৰৱৰ্ত্তীৰ ঘৰলৈ বহুত দিন জয়ন্তী যোৱা নাছিল। সেইদিনা আবেলি কমলা চক্ৰৱৰ্ত্তীক লগ পাবলৈ ঘৰৰ পৰা ওলাই গল। আজি চাকৰণী ছোৱালী জনীৰ হাতত নবাটো এৰি নিদি তাকো লগতে লৈ কমলা চক্ৰৱৰ্ত্তীৰ ঘৰত জয়ন্তী উপস্থিত হলহি।...

"বাইদেউ"

ভিতৰত ভৰি দিয়েই কমলাক লক্ষ্য কৰি জয়ন্তীয়ে মাত দিলে।—

"কোন, জয়ন্তী নে কি ? আজিনো কেনেকৈ মনত পৰিল ?"
লগে লগেই ভিতৰৰ পৰা কমলাই উত্তৰ দিলে।...
দুয়ো ড্ৰইং ৰুমত বহিলহি।—
"ভিতৰত অকলে অকলে কি কৰিছিল ?"
কোনো অৰ্থ নকৰাকৈ জয়ন্তীয়ে এনেয়ে কমলাক প্ৰশ্নটো কৰিলে।—
"আজি মাহৰ পহিলা তাৰিখ। যোৱা মাহত কিমান খৰছ হল, কিমান হাতত বল, কাৰ কিমান বাকী হিচাব কৰিলো। বাকীবোৰ এই সপ্তাহৰ ভিতৰতে আদায় কৰি দিব লাগিব। লোকৰ পাওনা যিমান সোনকালে পাৰি দি দিয়াই ভাল, নাগে নিজৰেই অসুবিধা হওক।..."
জয়ন্তী মনে মনে বল। নিজৰ কথা মনত পৰি কষ্ট পাবলৈ ধৰিলে।—
"তুমি হিচাব পত্ৰ ৰখোৱা নে নৰখোৱা ?"
জয়ন্তী যেন উচপ খাই উঠিল।—
"হিচাব তিচাব মই নৰখাও। কোনে সেইবোৰ লিখি মৰে। মনতেই থাকে দেখোন। পৰাপক্ষত বাকী মই নকৰোৱেই।"
"তেহকে নোকোৱা, লিখি ৰখা ভাল, ভুল হবৰ ভয় নাথাকে।" জয়ন্তীৰে প্ৰত্যুত্তৰ নিদিলে।
"তুমি আহিছলৈ একিলা কিয় ? বৰুৱা আহিছিল বোলে, গল নে আছে ?"
"গল।"
"বহুত দিনৰ মূৰত আহিলা; বৰৰ বাতৰি কোৱাচোন; কি আছে।"

"সময়েই দেখোন নাই। —ৰবৰনকে এবিধ সোঁৱাৰো। তাতে, এই কেইদিন তেখেত অ'হিও থাকিলহি·!"

"ক্লাবলৈ আজি কালি যোৱা নে নোযোৱা ?"

"বহুত দিনৰ মূৰত সিদিনা গৈছিলো। তাকো মানুহ এটা পঠিয়াই মতালে বুলি হে।..."

"মোক এদিন নিনিলা ?"

ক্লাবৰ সভ্যা হবলৈকে আপত্তি কৰিলে, গৈনো কি কৰিব ? আপুনি যদি যায় ক্লাবেই পবিত্র হব। পিছে আপুনি নো কত যাব, এনেয়েহে কৈছে।"

"কিয়, এতিয়া ক্লাব অপবিত্র নে কি ? অপবিত্র যদি যোৱা কিয় ?"

"কিয় যাওঁ তাৰ উত্তৰ নিবিচাৰিব, বাইদেউ। মুখৰ পৰ্য্যন্ত ওলাব।"

"আৰু থিয়েটাৰ-ভাওনা নতুনকৈ কিবা পাতিছানে কি ?"

"এইবাৰ থিয়েটাৰ-ভাওনাতকৈ ডাঙৰ আয়োজন হৈছে, বাইদেউ। ক্লাবৰ সভ্যাহতৰ গাত তলেই নাই। অনকা বকলাই মৰ্যাদা সামৰি অন্ত কৰিব পৰা নাই।..."

কমলাই একো নুবুজিলে। —আচৰিত কিবা এটা শুনি অবাক হোৱা মানুহৰ দৰে কমলাৰ মুখলৈ চাই ৰল। চকু দুটা স্থিৰ।

"বাইদেউ, আপুনি এতিয়াও পিছ পৰিয়েই আছে। দেশ, সমাজ, সভ্য-শিক্ষিত মানুহবোৰ কিমান আগবাঢ়ি গল আপোনাৰ খবৰেই নাই। আপোনাৰ চিন্তা হল লৰা-ছোৱালীহাল, ঘৰখন, খুৱজন, পাকঘৰটো, চাকৰ-নাকৰকেইটা, গাভাৰ-গুৰুজীয়া যত

লেডেৰা, ফেশনা গেৰাৰী খটা কামবোৰ আন—চিন্তা আৰু নাই। ...আপুনি ইফালে সিফালে বৰকৈ নাযায় বলিছে, এদিন আমাৰ ক্লাৱলৈ গলেই সকলো বুজি আহিব।...”

“মোক নো এদিন নিনিয়া কিয়, মই দেখোন যাওঁ যাওঁ কৰিয়েই আছো।...”

“ৰাইদেউ, নোযোৱাৰ পৰা অ'চলতে আপোনাৰ একো লোকচান হোৱা নাই। আপুনি গলে বহুতে বেয়াহে পাব। —চাওকচোন, আমি দেখাত অলকা বৰুৱা আৰু আপুনি সমান। দুয়োৰো বিলাতৰ পৰা ঘূৰি অহা উচ্চ চাকৰীয়াল স্বামী, দুয়োৰো আৰ্থিক অৱস্থা একে, দুয়োৰো লিখা-পঢ়াও মই বুজাত সমানেই। কিন্তু তাৰ মাজতে অলকা বৰুৱা আৰু আপোনাৰ মাজত পাৰ্থক্য তেওঁ আজি সমাজত যিটো নাম কৰিছে আপুনি পৰা নাই। অৱশ্যে, নাম কৰিবলৈ আপুনি বিচৰাও নাই। —তিৰোতাৰ মহলত অলকা বৰুৱাৰ নাম মুখে মুখে, ঈশ্বৰৰ নামো মানুহে সেইদৰে নলয়। তেওঁৰ আদব-কায়দা, কথাবতৰা, চলন-ফুৰণ, সাজ-পাৰ, গাভৰুহঁতৰ আদৰ্শ। তেওঁ যি চিগাৰেট ব্যৱহাৰ কৰে, বহুত মতা মানুহে তেনে চিগাৰেট দেখাই নাই।”

জয়ন্তীৰ শেষ হোৱা নাছিল, কমলাই হঠাৎ বাধা দিলে—

“কি কলা, চিগাৰেট খায়? সঁচাকৈয়ে নে?...”

কমলা যেন হতাশ হৈ পৰিল। জয়ন্তীৰ হাঁহি উঠিল।

“কৈছো নহয়, আপুনি তেনেই পিছ পৰি আছে, ৰাইদেউ। চিগাৰেট খোৱা খবৰটো শুনি যদি এইদৰে হতাশ হব লগা হল, তেন্তে আনবোৰৰ কথা শুনিলে দেখোন আপোনাৰ হাৰ্টেই ফেল কৰিব।...”

জয়ন্তীয়ে হাঁহিবলৈ ধৰিলে। কমলা নিৰুত্তৰ হৈ বল।

"আজি কালি, চিগাৰেটকে আৰম্ভ কৰি আৰু আন আন বহুত বস্তু ব্যৱহাৰ কৰা বহুত ভদ্ৰ মহিলাৰ কাৰণে এটা ফেচ্ছন। এইবোৰ নহলেই যেন মূল্য কমিব, এই ভাব। আপটুডেড হবলৈ হলে বহুত কথা লাগে। টকা হলেই সকলো কৰিব পাৰে, দোষ নাথাকে। আপোনাৰো টকা নোহোৱা নহয়, পিছে আপোনাৰ মনটো পিছপৰা, বেলেগ। সেই কাৰণেই আপোনাক কোনেও চিনিও নাপ'য় প্ৰাহ্য'ও নকৰে ...।"

"মোক চিনিও পাব নালাগে, গ্ৰাহ্যও কৰিব নালাগে। তেওঁ-লোকৰো দিন গৈছে, মোৰো বৈ থকা নাই। চিনি পাওক বুলি গা দেখুৱাই ফুৰিলেহে হব।..."

মিষ্টাৰ চক্ৰবৰ্ত্তীৰ গাড়ীখন ঘৰৰ আগত ৰলহি। জয়ন্তীৰ লগত মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ কেবাদিনো দেখা হোৱা নাছিল। ড্ৰইং-ৰুমত জয়ন্তীক দেখিয়েই মাত লগালে--

"আজি দেখিছো কপাল বৰ ভাল। বিনা পৰিশ্ৰমে আপোনাক লগ পাম বুলি কেতিয়াও ভবা নাছিলো। .. ধন্যবাদ।"

লগে লগেই চকী এখনত বহিলহি—। জয়ন্তী বা কমলাই কোনো কথা কোৱাৰ পূৰ্ব্বেই মিষ্টাৰ চক্ৰবৰ্ত্তীয়েই প্ৰশ্ন কৰিলে—

"আপোনালোকৰ কোম্পানীৰ কাম কিমান আগ বাঢ়িছে? ভৰি হব নে নহয়?..."

কমলাই একো নুবুজিলে

"মই একো নাজানো।"

জয়ন্তীয়ে উত্তৰ দিলে।

"আপুনি একো নাজানে?"

মিষ্টাৰ চক্রবর্ত্তীৰ কথাৰ সুৰত এটা অবিশ্বাসৰ ভাব ফুটি উঠিল। —কিন্তু লগে লগেই যোগ দিলে—

"খবৰৰ কাগজত দেখোন আপোনালোকৰ বহুতৰ নাম, কোম্পানীৰ কথা প্ৰায়ে প্ৰকাশ হৈ আছে। আপুনি নাজানে নে?...."

"স'চাকৈয়ে মই নাজানো। খবৰৰ কাগজ পঢ়া সুবিধাও নাই, অভ্যাসো নাই।..."

"হেম শইকীয়াই আপোনাক খবৰ দিয়া নাই জানো? —তেওঁ দেখোন আপোনাৰ ঘৰলৈকো অহা যোৱা কৰে।...."

"তেওঁ মোৰ ভালৈ যোৱা নাই। কোম্পানী এটা হৈছে বুলি জানো। কিন্তু কোন কোন ছবিত নামিব, নাজানো। দৰ্খাস্ত দিব লাগে হেনো। মই হলে দৰ্খাস্ত-তৰ্খাস্ত একো দিয়া নাই। মোৰ নামটো কাগজত এনেয়েহে দিছে, আচলতে মই একোকে নাজানো।"

মিষ্টাৰ চক্রবর্ত্তীয়ে জয়ন্তীৰ কথা কেইটা সহজ ভাবে গ্ৰহণ কৰিব নোৱাৰিলে।—

"এইবোৰ কৰি ফুৰাই দেখোন হেম শইকীয়াৰ কাম। আপোনাক নজনোৱাকৈয়ে কাগজলৈ খবৰ পঠিয়ালে নে?"

স'চাকৈয়ে মই একো নাজানো। কাগজত যে মোৰ নামটো বাহিৰ হৈছে আপোনাৰ মুখৰ পৰাহে আজি প্ৰথম গম পালো। তেওঁ মোক একো জনোৱা নাই।"

"আপুনি ছবিত নামিবলৈ ইচ্ছুক বুলি চাগৈ তেওঁ গম পাইছে, নহলে কিয় নাম দিব।..."

"সেইটোও নহয়। এই বিষয়ে কাকো মই একো কোৱা নাই। যদি তেওঁলোকে অনুমান কৰিছে মই নাজানো।"

"তেন্তে আপুনি প্ৰতিবাদ কৰক। মই বিমান দুৰ-জানো, হেম শইকীয়া নিজে এক পইচাৰ মানুহ নহয়, অথচ মুখেৰে ডাঙৰ ডাঙৰ কথা কৈ ফুৰে। এগৰাকী ভদ্ৰমহিলাৰ নাম এইদৰে কাগজলৈ দিবলৈ হি হেজ নৌ বাইট। আপুনি প্ৰতিবাদ নকৰিলে অন্যায় হব।..."

প্ৰত্যুত্তৰত কি কব একো সঠিক কৰিব নোৱাৰি জয়ন্তী মনে মনে বল।

"তোমালোকে কিবা ছবি কৰাৰ কথা ভাবিছা বে কি, জয়ন্তী?"

কমলা চক্ৰৱৰ্ত্তীয়ে প্ৰশ্ন কৰিলে।—

"ভাবিছে কি, ছবি তোলা ঠিক হৈ গৈছে। মাত্ৰ কাম আৰম্ভ কৰিবলৈহে বাকী। সিও বোধহয়, দুই এদিনতে আৰম্ভ হব।..."

মিষ্টাৰ চক্ৰৱৰ্ত্তীয়েই কমলাৰ প্ৰশ্নটোৰ উত্তৰ দিলে। —কিন্তু কথা শুনি জয়ন্তী আচৰিত হল। আচলতে ছবি তোলা কাম ইমানখিনি আগ বাঢ়িছে বুলি জয়ন্তীয়ে নাজানে। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ কথা কেইটাৰ সত্যাসত্য চিন্তা কৰি জয়ন্তী মনে মনে বল।

"তুমি এইবাৰ কোনো ভাও-চাও নলবা, জয়ন্তী। সেইবাৰ থিয়েটাৰ কৰাৰ কাৰণেই কিমান মানুহৰ, কত কথা শুনিব লগা হল, মনত আছে নহয়? এইবাৰ —সেইটো ভুল নকৰিবা।..." জয়ন্তীয়ে কোনো উত্তৰ দিবলৈ নৌ পাওঁতেই মিষ্টাৰ চক্ৰৱৰ্ত্তীয়েই মাত লগালে—

"তেৰেতৰ পিছত হেম শইকীয়া ভূতৰদৰে কেনেকৈ লাগিছে,

নানামাকৈ তেওঁৰ থাকিব নোৱাৰিব। তেওঁৰ সম্মতিলৈ নৰলেই, কাগজত নাম তুলিলেই।..."

"কাগজত নাম তোলাৰ কাৰণে মই ভয় কৰা নাই। কিন্তু, সঁচাকৈয়ে, এই বিষয়ে এতিয়াও মই একো চিন্তা কৰা নাই। মই বুজাত এতিয়াও একো কথাই সঠিক হোৱা নাই।..."

"আপুনি নাজানে, সকলো ঠিক হৈ গৈছে। কাৰণ সেইবাৰ আপুনি খুব ভাল কৰিছিল বুলিয়েই আপোনাৰ ওপৰত সকলোৰে চকু। —আৰু সেই কাৰণেই আপুনি নামিব বুলিয়েই ধৰি লৈছে।..."

জয়ন্তীৰ চকুৰ আগত সেই মাৰোৱাৰী ভদ্ৰলোক দুজনৰ মুখ দুখন ভাহি উঠিলহি। তেওঁলোকৰ প্ৰশংসাসূচক কথাকেইটা আকৌ যেন জয়ন্তীৰ কাণত পৰিলহি।...

"তেওঁলোকৰ কোনোৱেই দেখোন মোৰ ওচৰলৈ অহা নাই। মই নামিম বুলি কেনেকৈ ভাবিছে...?"

"আহিব, আহিব, চিন্তা নকৰিব। দৰকাৰ যেন দেখিলে টকাও খাটিবহি—। এইবোৰ আচলতে বেপাৰ। হেম শইকীয়াৰ কোনো কাম-কাজো নাই, উপাৰ্জনো নাই। এইবোৰকে কৰি খেলে তেনে মানুহটো হৈ আছে। মুখখন মিঠা, চেহেৰাটো ভাল, বুদ্ধিও কিছু আছে, ধনী মাৰোৱাৰী দুটামানক হাত কৰি, কোম্পানী এটা খুলি আচলতে নিজে চলিবৰ বাট এটাহে কৰি লৈছে। তুমি নাগে নিকালে বিয়েই নহওক।..."

কিবা মাত নেদেখিলে, মাৰোৱাৰীয়ে ইমান সহজে পইচা দিব নে?"

জয়ন্তীয়ে প্ৰত্যুত্তৰ দিলে।—

কিন্তু জয়ন্তীৰ কথাকেইটা শুনি মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে খেক, খেক কৰি হাঁহিবলৈ ধৰিলে।

"ধন নো কিমান লাগিব বুলি ভাবিছে? দুখীয়া মানুহৰ মনতহে বহুত, ধনী মানুহৰ কাৰণে, যি খিনি পইচা খৰছ হয়, সি একো পইচাই নহয়। তাতে এইবোৰ সহজে অহা পইচা, হাতৰ মলি। —ইপিনে চাওক, এই ছবি তোলাৰ আলম লৈয়ে যে বহুতৰ লগত চা-চিনাকি হবৰ ঘনিষ্ঠতা বঢ়াবৰ সুবিধাবোৰ পাব, তাৰ জানো মূল্য নাই?..."

মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি আকৌ যোগ দিলে—

সিইতৰ হিচাব ঠিক আছে।..."

মিষ্ট'ৰ চক্ৰৱৰ্ত্তীৰ কথাৰ ইঙ্গিতত জয়ন্তী আৰু কমলাৰ মুখেদিও হাঁহ বিৰিঙি উঠিল।—

"জয়ন্তী, তুমি কিন্তু এইবাৰ ভুল নকৰিবা। এইবোৰলৈ কেতিয়াও নাযাবা। কোনে, কেতিয়া, কি কয়, একো ঠিক নাই। ভেখেতে কি কলে শুনিলাই নহয়? ·"

জয়ন্তী নিৰুত্তৰ হৈ বল। ...একালে বৰ্ণ, মান, অৰ্থ, জনসাধাৰণৰ প্ৰশংসা, খ্যাতি, আনকালে সামাজিক গঞ্জনা, বন্ধু-বান্ধৱৰ তিৰস্কাৰ, ব্যক্তি-বিশেষৰ কটু ইঙ্গিত ·· কত কি? ...প্ৰবল ধুমুহাৰ প্ৰচণ্ড আঘাতত জয়ন্তী যেন অনিশ্চিত হৈ পৰিল। ...কোনো উত্তৰ জয়ন্তীয়ে দিব নোৱাৰিলে।

বহাৰ পৰা মিষ্টাৰ চক্ৰৱৰ্ত্তী থিয় হল।

"মই কবৰ হলে আপুনি যেন পইকীয়াৰ সংশ্ৰৱ এৰাই উচিত। অৱশ্যে, আপুনি ছবিত নামিব খুজিলে আপোনাক

বাধা দিবৰ অধিকাৰ মোৰ নাই। —কাৰণ সেইটো-আপোনাৰ পাৰছনেল কথা। মই হেম শইকীয়াৰ দুৰভিসন্ধিৰ কথা ভাবিহে আপোনাক আগৰাঢ়িৰলৈ হাক দিছো। দিছ ইজ নাথিং বাট এ ওৱাৰনিং।..."

মিষ্টাৰ চক্ৰৱৰ্ত্তী ভিতৰলৈ সোমাই গল।

"বাইদেউ, মযো যাও। আপুনি দেখোন আমাৰ ঘৰলৈ যাবলৈকে এৰিলে, কিয়? এতিয়া মযে দেখোন ঘৰৰ সৰ্ব্বে-সৰ্ব্বা। আপত্তি থকাৰ কোনো কৰাণ নাই।..."

সেইদিনাৰ সেই অপ্ৰীতিকৰ ঘটনাটোৰ পিছৰে পৰা মাজে সময়ে জয়ন্তী আহিলেও কমলা চক্ৰৱৰ্ত্তী জয়ন্তী হঁতৰ ঘৰলৈ যোৱা নাছিল। জয়ন্তীৰ কথাকেইটা তাঁনি সেই দিনটোলৈ কমলাৰ মনত পৰিল। কিন্তু সেই বিষয়ে কোনো কথা আলোচনা নকৰিলে।—

স চাকৈয়ে, জয়ন্তী, মোৰো সময় নাই। তোমাৰ তালৈ যাবলৈ মোৰ নো বাৰু কি আপত্তি থাকিব পাৰে? সময় পালেই যাম, সময় হলেই হয়।..."

জয়ন্তী থিয় হল। লৰাটো ওচৰতে বহি আছিল। দুবাৰ মে এবাৰ কমলাই ওচৰলৈ নিবলৈ চেষ্টা কৰিছিল, নিব নোৱাৰিলে, লৰাটোৰে কান্দিবলৈ ধৰিলে।...

"ইয়াক লগত আনি ভালেই কৰিছো। মযো পৰা-পক্ষত পৰৰ হাতত লৰা-ছোৱালী এৰি নিদিও। সিহঁতৰ সকলো কথা নিজেই চকু দিও। সিহঁতক মানুহ কৰি দিব পাৰিলেহে দায়িত্ব শেষ।..."

কোনো প্ৰত্যুত্তৰ নিদি জয়ন্তীয়ে খোজ আগ বঢ়াই দিলে।—

"বাইদেউ, আহিলো। ময়ো বৰ অকলে, অকলে থাকো। আপুনি গলে বৰ ভাল লাগিব। নোযাবাকৈ নাথাকিব ?"

'যাম, নিশ্চয় যাম। যিমান সোনকালে পাৰো এবাৰ যাম।..."

ৰবাটোৰ হাতখনত ধৰি লাহে লাহে জয়ন্তী আলিত উঠিলহি। · ...



·· কেৰাদিনো পাৰ হৈ গল। ·· সেইদিনা হঠাৎ হেম শইকীয়াৰ লগত মাৰোৱাৰী ভদ্ৰলোক দুজনক ঘৰলৈ অহা দেখি জয়ন্তীয়ে গৌৰৱ অনুভৱ নকৰাকৈ থাকিব নোৱাৰিলে। ভেণ্ডলোকৰ প্ৰতি এটা শ্ৰদ্ধাৰ ভাব সদায় জয়ন্তীয়ে অন্তৰত অনুভৱ কৰিছিল। অতি আগ্ৰহেৰে তিনিওকো ড্ৰইংৰুমত বহিবলৈ দি জয়ন্তী নিজে চকী এখনত বহিলহি।

"সেই দিনাৰে পৰা আপোনাক আৰু লগ পোৱা নাই দেখিয়েই আজি ঘৰ পালোহি। পিছে, আপুনি কৰে কি ? আমাৰ লগত সহযোগীতা কৰিব নে, নকৰে ? —কোম্পানীৰ কাম বহুখিনি আগ বাঢ়িছে। দিন এটা ঠিক কৰি কলিকতালৈ যাবলৈহে বাকী।..."

হেম শইকীয়াই কথা আৰম্ভ কৰিলে।

"মই কি কৰিব লাগে, কওক।"

"আপোনাৰ ওপৰতেই আমাৰ কৃতকাৰ্য্যতাৰ বহু খিনি কথা নিৰ্ভৰ কৰিছে। আপুনি সহযোগ নকৰিলে আমাৰ বিপদেই

হব । ."

"আপুনি বঢ়াই কৈছে; বিপদ কিয় হব ? ছবিত নামিবলৈকো মানুহৰ অভাব হব নে ? ."

"সঁচাকৈয়ে অভাব । আপুনি নাজানে বুলিহে, যাকে তাকে ছবিত নমাব নোৱাৰি । — আমি নিব খোজাবোৰ নাযায়, অথচ আমি নিব নোখোজাবোৰৰ অনুনয়-বিনয়, হা-হুমুনিয়াহ শুনি শুনি কাণেই যোগোলা হল। কাক ধৰিম, কাক এৰিম, কবই পৰা নাই । —কিছুমানে যে মোৰ বিশ্ৰামেই নোহোৱা কৰিলে । এজাপ দৰ্খাস্ত অলকা বৰুৱাই পঠিয়াই দিছে । আপোনালোকৰ ক্লাবৰ কেৰাণৰাকীমান সভ্যাৰ বাহিৰেও, আন আৰু বহুত বাহিৰৰ মানুহে আবেদন কৰিছে । কিন্তু দৰ্খাস্তবোৰৰ মাজত আপোনাৰখন নাপাইহে মই হতাশ হলো । — তাতিয়াই অলকা বৰুৱাক লগ ধৰিলোহি । তেখেতেও কোনো উত্তৰ দিব নোৱাৰিলে । —আপোনাকো লগ ধৰিব পৰা নাই, সময়ো নষ্ট হয় । শেষত, বহুত ভাবি চিন্তি আপুনি সহযোগ কৰিব বুলিয়েই কাগজত নামটো তুলি দি এতিয়া আপোনাৰ সমৰ্থন বিচাৰি এইখিনি পাইছোঁহি । —খং নকৰিব ।..."

কিছু পৰলৈ জয়ন্তী নিকত্তৰ হৈ বল । কিবা এটা ভাবিলে, তাৰ পিছত উত্তৰ দিলে—

"কাগজলৈ নাম দিয়া ভাল হোৱা নাই । কাৰণ, ছবিত নামিম নে নানামিম আজিও মই একো স্থিৰ কৰি উঠিব পৰা নাই । মিছাতে কাগজত নাম তুলিলে কি হব ? মানুহেই বা কি ভাবিব, কওকচোন ?..."

অয়ন্তীৰ প্ৰতিবাদসূচক কথাকেইটা শুনি অয়েকৰ

হেৰ শইকীয়া বিব্ৰত হৈ পৰিল। কি উত্তৰ লগে লগেই দিয়া উচিত হব একো সঠিক কৰি উঠিব নোৱাৰিলে।—

"আপোনাক নজনোৱাকৈ, নামটো কাগজলৈ দিয়া যে উচিত হোৱা নাই ময়ো বুজিছো। কিন্তু ভুল কৰি হলেও পঠিয়ালো। মোৰ অন্তৰত সৰলতাৰ বাহিৰে আন কোনো দুৰভিসন্ধি নাছিল। আপুনি সহযোগ কৰিব বুলিয়েই মই সদায় বিশ্বাস কৰি আহিছো। আৰু সেই বিশ্বাস আছে বুলিয়েই এবেত সকলক লগত লৈ আপোনাৰ ওচৰ পালোহি। —এওঁলোকবো আপুনি নহলে আগবাঢ়িবলৈ যেন অলপ অনিচ্ছা। মোৰ কিবা ভুল হলেও, ধৰি নাথাকিব, এৰি পেলাওক।…"

"দুইকীয়া বাবুয়ে ঠিক ঠিক বাতাইছে, মাইজী। আপনাৰ থাকা লাগিবে।…"

জয়চান্দ বাবুৱে হেৰ শইকীয়াক সমৰ্থন কৰিলে।

কথা শুনি জয়ন্তীৰ গোটেই চিন্তাধাৰাত এটা তোলপাৰৰ সৃষ্টি হল। হঠাৎ কোনো প্ৰত্যুত্তৰ দিয়া সন্তৱ হৈ নুঠিল। …জয়ন্তীৰ মন, গোটেই চিত্ত অপূৰ্ব্ব এক আনন্দৰ আলোড়নত চঞ্চল হৈ পৰিল। —উজ্জ্বল ভবিষ্যতৰ এখন ছবি চকুৰ আগত ছয়ামযাকৈ ভাহি উঠিলহি। যশ, মান, খ্যাতি, অৰ্থ, প্ৰতিপত্তি, ভোগ-বিলাসৰ অৱবাহতী। ভাবাবেশত অনিশ্চিত হৈ কোনো কথাই জয়ন্তীয়ে কব নোৱাৰিলে।—

জয়ন্তীৰ নিস্তব্ধতা লক্ষ্য কৰি হেৰ শইকীয়া হতাশ হৈ পৰিল।—

"আপুনি আমাক বিপাঙত নেপেলাব। যেইন হ'লত আপুনিয়েই নামিব লাগিব। সেইটো অকল মোৰেই কথা নহয়,

বহুতৰে অভিমত। প্ৰফুল্ল বৰুৱাৰো সেইটোৱেই ইচ্ছা। আপোনাৰ লগত খাপ খাব পাৰিব বুলি তেওঁৰ বিশ্বাস।......"

সহ-অভিনয় কৰা সময়তে প্ৰফুল্ল বৰুৱাৰ লগত জয়ন্তীৰ চিনা-জনা হয়। সেইবাৰ পুৰুষ সকলৰ ভিতৰত প্ৰফুল্ল বৰুৱাৰ ভাওৱেই সৰ্ব্বোৎকৃষ্ট হৈছিল বুলিয়েই সকলোৱে মত প্ৰকাশ কৰিছিল।

—হেম শইকীয়াৰ কথাকেইটাই জয়ন্তীৰ মনৰ বান্ধ ঢিলা কৰি দিলেহি। কিন্তু মনৰ দুৰ্ব্বলতা জয়ন্তীয়ে গোপন কৰিলে—।

"ঘৰখন এৰি জানো মই যাব পাৰিম? তাতে, লৰাটোও আছে, দেউতাকো ঘৰত নাথাকে, তেখেতৰ বিনা অনুমতিতেই বা ঘৰখন এৰি থৈ মই কেনেকৈ যাওঁ? "

হেম শইকীয়া অধৈৰ্য্য হৈ উঠিল। জয়ন্তীক শেষ কৰিবলৈ নিদিলে।

"আপুনি মাত্ৰ মতটো দিয়ক। বাকী যিবোৰ কৰিব লগা আছে আমি সকলো ঠিক কৰি লম। বৰুৱাৰ অনুমতি আনিবলৈ টান নহব বুলিয়েই মোৰ বিশ্বাস। —এইবোৰ আপুনি একো ভাবিব নালাগে। দৰকাৰ হলে ঘৰ ৰখিবলৈকো আমি মানুহ দিম; ঘৰ চলোৱা খৰচো। লৰাটো এৰি থৈ যোৱা অৱশ্যে টান হব। এৰি থৈ নো যাব লাগিছে কিয়, লগতেই লব। —মানুহ এটা ধৰি দিম, গিয়েই তাক চাব।..."

জয়ন্তীৰ লোভ বাঢ়ি উঠিল। —কিন্তু হেম শইকীয়াৰ প্ৰস্তাৱবোৰ ইমান সহজেই কাৰ্য্যকৰী হব বুলি বিশ্বাস নহল।

"কথাবোৰ আপুনি যিমান সহজ বুলি ভাবিছে, মই হলে ভাবিব পৰা নাই। মোৰ জেঠা ৰক্ষণ। ঘৰ এৰিবলৈ যে মোক

অনুমতি দিব মই বিশ্বাস কৰা নাই।......"

"যদি বৰুৱাই অনুমতি নিদিয়ে তেন্তে আপোনাৰ প্ৰতি অন্যায় কৰা হ'ব বুলি আমি ভাবিবলৈ বাধ্য হম। কাৰণ, সাতাম-পুৰুষীয়া, অৰ্থহীন ধাৰণা কিছুমানৰ বশৱৰ্ত্তী হৈ আপোনাৰ ভিতৰত লুকাই থকা এই টেলেণ্টটো প্ৰকাশ হ'বলৈ নিদি যদি নষ্ট হ'বলৈ দিয়ে, তেন্তে তেওঁক আমি ক্ষমা কৰিব নোৱাৰিম। সবন্ধত স্বামী হলেই নহয়। তিৰোতাবোৰো বান্দী নহয়। কোনো স্ত্ৰীয়ে জানতঃ নিজৰ স্বাধীনতা নষ্ট হোৱা ইচ্ছা নকৰে। কিন্তু কি কৰিব, এই দুৰ্ভগীয়া-দেশত কোনো স্ত্ৰীৰেই স্বাধীনতা নাই। তিৰোতাইতো যেন মতাবোৰৰ কিনা গোলামহে।..

হেম শইকীয়া উত্তেজিত হৈ উঠিল। জয়ন্তীয়ে প্ৰত্যুত্তৰ নিদিলে। ক্ষন্তেকলৈ কোঠালীটো নিস্তব্ধ হৈ পৰিল।

"বাবুজী, এই মাইজীকে না নিলে ছবিটি আচ্ছা না হবে।"

দুৰ্গাবাবুৱে নিস্তব্ধতা ভঙ্গ কৰিলে।—

"তাকেইতো কৈ আছো, বাবুজী। তেখেতে দেখোন বহুত আপত্তি দেখুৱাইছে। কলিকতালৈ যাবলৈকো বেছি দিন নাই। —আৱশ্যকীয় মানুহ খিনিকেই এতিয়ালৈকে ঠিক কৰিব নোৱাৰিলো।..."

হেম শইকীয়াৰ কণ্ঠস্বৰত অন্তৰৰ হুতাশ ফুটি উঠিল।—

"মানুহৰ কেতিয়াও অভাব নহয়। - ইমান লৰালৰি কিয় কৰিছে? লাহে ধীৰেই আগবাঢ়কছোন।"

"পলম কৰিব যে নোৱাৰো! কলিকতাত সকলো ঠিক-ঠাক হৈ গৈছে। ইয়াৰ পৰা যোৱাৰ কেইদিন মানৰ পিছতেই শুটিং

আৰম্ভ হব।..."

হেম শইকীয়াৰ অন্তৰৰ হতাশ ভাব দূৰ হোৱা নাছিল।

"বাবুজী, মাইজীৰ ঘৰত হামালোগ আজ পহিলা আহিছে। দৌড়া-দৌড়ি না কৰিব, বাবুজী। হামলোগ ফিন আহিব, জৰুৰত হলে দছ দফে আহিব, বাত-চিত্‌ভি হব, কি আছে। ....."

জয়চান্দ বাবুৱে মত প্ৰকাশ কৰি লগে লগেই জেপত হাত ভৰালে।—

"মাইজী..."

সকলোৰে চকুত পৰিল নোটৰ গুৰা এটা জয়চান্দ বাবুৱে জয়ন্তীৰ ফাললৈ আগবঢ়াই দিছে।

"তেখেত সকলে আপোনাক সন্মান দেখুৱাবৰ কাৰণে অলপ পইচা দি যাব খুজিছে। ছবিত নামে, নানামে, সেইটো পিছৰ কথা।"

কিন্তু গুৰাটো লবলৈ জয়ন্তীয়ে লগে লগেই হাতখন আগবঢ়াই দিব নোৱাৰিলে। গোটেই অন্তৰ জুৰি কিবা এটা দ্বিধা-ভাব; অনিশ্চিত এটা মন।

"তেখেত সকলে দিছে, লওক।"

হেম শইকীয়াই উৎসাহিত কৰিলে। তাৰ লগে লগেই জয়চান্দ বাবুৰ মুখলৈ চাই প্ৰশ্ন কৰিলে—

"কিমান দিলে, বাবুজী ?"

"দু ছ"

জয়চান্দ বাবুৱে প্ৰত্যুত্তৰ দিলে।

"অকল আপোনাকেই দিয়া নাই। আন আন আক

কেৰাগৰাকীকো দিছে। অৱশ্যে ভেণ্ডলোকক ইমান নহয়, ইয়াতকৈয়ো বহুত কম। ··অলকা বৰুৱা নিজে ছবিত নানা-নিলেও, তেখেতকো এখেত সকলে কিছু দি সম্মান দেখুৱাইছে। লাজ কৰিবৰ কোনো কথা নাই।···"

জয়ন্তীয়ে ইতস্ততঃ কৰা দেখি হেম শইকীয়াই মন্তব্য কৰিলে আৰু লগে লগেই নোটৰ থুপাটো জয়চান্দ বাবুৰ হাতৰ পৰা আনি জয়ন্তীৰ হাতত দিলেহি।—

লওঁ নলওঁ কৰি, শেষত থুপাটো জয়ন্তীয়ে সোঁ হাত খনেৰে মুঠি মাৰি ধৰি, লৰালৰিকৈ হাতখন কাপোৰৰ তললৈ নি ঢাকিবলৈ চেষ্টা কৰিলে। ·· মুহূৰ্ত্তে জয়ন্তীৰ গোটেই চিন্তা ধাৰাত একুৰা জুই দপ-দপ কৰি জ্বলি উঠিল।

"এই কেইটা পইচাৰ কাৰণে ভাবিব নালাগে। গলেও যাব, নগলেও নাই।———"

হেম শইকীয়াই জয়ন্তীক উৎসাহ দিলে।—

'হা মাইজী, হামলোগবকি কোন মতলব নাই আছে। একটা ছুন্মান দেখালে। আপনি ছবি বানালে, ছবিভি আচ্ছা হবে। —আপনাৰ নামভি হবে, ৰূপীয়াভি মিলিবে। ছুনিয়ামে টাকাই আছলি জিনিছ মাইজী ···"

'আমি আজি উঠো। কলিকতালৈ যাবৰ হলে, বা-যোগাৰ কৰিবৰ সময় হলে হবহি। কিবা এটা খাটাং কৰক। আমি আকৌ কেতিয়া মানে আহিম, কওক ?'

জয়ন্তীৰ মানসিক অৱস্থা তেতিয়াও অনিশ্চিত হৈয়ে আছিল।

"ৰাওকছোন, মযো ভাবি চিন্তি চাওঁ। কেইদিন মানৰ পিছত আহিব, হা বা না কিবা এটা খাটাং উত্তৰ দিম।···"

"থেঙ্ক ইউ, থেঙ্ক ইউ ভেবি মাচ।"

মনৰ উলাহতেই হেম শইকীয়াৰ মুখেদি ইংৰাজী বাহিৰ হৈ আহিল।—

হাতযোৰ কৰি জয়ন্তীক নমস্কাৰ জনাই তিনিও জন ড্ৰইং ৰুমৰ পৰা বাহিৰ হৈ গল।

ভদ্ৰলোকৰ লগে লগেই ড্ৰইং ৰুম এৰি থৈ জয়ন্তী ভিতৰলৈ উভতি নাহিল। —ভদ্ৰলোক তিনিওজন আলিত ৰৈ থকা মটৰ গাড়ীখনৰ কাষ পোৱাৰ লগে লগেই জয়ন্তীয়ে হাতৰ মুঠিত লৈ থকা নোটৰ দুখনটো লেখিবলৈ আৰম্ভ কৰিলে। ··প্ৰথমবাৰ লেখা ভুল হৈছে বুলি ভাবি, মনৰ সন্দেহ দূৰ কৰিবলৈ আৰু এবাৰ লেখিলে। —তাৰ পিছত, দুখনটো সোঁহাতৰ মুঠিৰে খামোচ মাৰি ধৰি দুয়োটা হাত কপালত লগাই কোনোবা এক অদৃশ্য শক্তিৰ উদ্দেশ্যে এটা নমস্কাৰ জনাই, বহাৰ পৰা থিয় হৈ জয়ন্তী ভিতৰলৈ সোমাই গল।.........

আজিৰ দিনটো জীৱনৰ এটা বিশেষ দিন বুলি জয়ন্তীৰ ধাৰণা হল। নিজৰ এটা মূল্য আছে বুলিয়েই যে এই পইচা খিনি আজি হাতলৈ আহিছে জয়ন্তীৰ বিশ্বাস হল। কাৰো ওচৰত ভিক্ষা বিচাৰি জয়ন্তী যোৱা নাই, কাৰো সহায়ো প্ৰাৰ্থনা কৰা নাই। —ইয়াৰ আগেয়ে কোনোদিনেই, নিজৰ যোগ্যতাৰ ওপৰত নিৰ্ভৰ কৰি অৰ্থোপাৰ্জন কৰিব পাৰিব বুলি জয়ন্তীয়ে ভবা নাছিল। · কিন্তু আজিৰ অভিজ্ঞতাই জয়ন্তীৰ অন্তৰত এটা বল, নতুন এক উৎসাহ আনি দিলে। ...অনিশ্চিত মনটো এটা নিশ্চিত অৱস্থালৈ আনিবলৈ জয়ন্তীয়ে আজি যেন এটা সুযোগ পালে। কিন্তু, সমানেই প্ৰবল দুটা বিৰুদ্ধ মতবাদৰ

যাওত পৰি অনিশ্চিত মনটো নিশ্চিত অৱস্থালৈ আনিবলৈ জয়ন্তী অসমৰ্থ হল।......

সেইদিনা ৰাতি চকুলৈ টোপনি আহোঁতে সময় লাগিল। অতীতৰ নানা দুখ-দুৰ্গতিৰ কথা মনৰ মাজত সজাগ হৈ জয়ন্তীক কষ্ট দিবলৈ ধৰিলে। জীৱনৰ নানা অপূৰ্ণ আশা আকাংখাৰ ছবি মনলৈ আহি নানা অন্যায় অবিচাৰত জৰ্জ্জৰিত হৃদয় আকৌ ব্যথিত হৈ পৰিল। নিজৰ অতৰ্কিতেই প্ৰতিশোধৰ এটা ভাবে অন্তৰত দেখা দি কষ্ট দিবলৈ ধৰিলে। প্ৰতিকাৰ বিচাৰি জয়ন্তী ব্যাকুল হৈ উঠিল। —সংসাৰৰ সকলো বন্ধন ভাঙি-ছিঙি দি স্বাধীন জীৱন যাপন কৰাৰ এটা ভাব অন্তৰৰ মাজত প্ৰবল হৈ উঠি জয়ন্তীক চঞ্চল কৰি তুলিলেহি। ···আজিৰ অভিজ্ঞতাই যি শিক্ষা দিলেহি, সেই শিক্ষা নিতান্ত মূল্যহীন বুলি জয়ন্তীয়ে দলিয়াই পেলাব নোৱাৰিলে। অকূল সমুদ্ৰৰ মাজত জয়ন্তীয়ে দেখিলে আশ্ৰয়ৰ অকণমান ঠাই, ৰক্ষা পৰিবৰ সুনিশ্চিত এটা উপায়। ...অনিশ্চিত মন ক্ৰমাৎ শান্ত হৈ আহিবলৈ ধৰিলে।—

হেম শইকীয়াৰ লগত আলোচনা কৰোঁতে উপেনৰ মতামতৰ কথা উল্লেখ কৰিলেও আচলতে জয়ন্তীয়ে উপেনৰ মতামতৰ কিবা প্ৰয়োজন আছে বুলি ভবা নাছিল। সেইবাৰ উপেনৰ অসাক্ষাতেই সহ-অভিনয়ত জয়ন্তীয়ে যোগ দিছিল। —গোটেই ঘৰখনৰেই প্ৰতি যেন জয়ন্তীৰ এটা অৱজ্ঞাৰ ভাব। —শত চেষ্টা কৰিও সেই ভাব অন্তৰৰ পৰা আজিও আঁতৰ পৰা নাই। উপেন, কিৰণ, নবীনৰ মাক, নগেন সকলোৱেই যেন জয়ন্তীৰ অহিত-কামী। জগতৰ আগত জয়ন্তীক হীন কৰি দেখুওৱাৰ কাৰণেই যেন সকলোৰে চেষ্টা। ··জয়ন্তীৰ কোনো

বন্ধু নাই, বিপদত আশ্ৰয় দিবলৈ কোনোৱেই প্ৰস্তুত নহয়। জয়ন্তী থিয় হব লাগিব নিজৰ ভৰিৰ ওপৰত। ··উপেনৰ মতামত লোৱাৰ কথা আজিও জয়ন্তীয়ে নাভাবিলে। নিজৰ ভৱিষ্যত পথ নিজে সুগম কৰি ললে, আনে, কৰি নিদিয়ে।···

এটা সিদ্ধান্তলৈ আহিবলৈ যেন জয়ন্তী সমৰ্থ হল। লগে লগেই উজ্জ্বল ভৱিষ্যতৰ এখন পৰিষ্কাৰ ছবি চকুৰ আগত ভাহি উঠিলহি। ···যশ, মান, খ্যাতি, স্নেহ, যত্ন, আদৰ, অৰ্থ-সম্পত্তি··। ভাবৰ ভৰত তন্ময় হৈ নিশ্চল মানুহৰ দৰেই জয়ন্তী বিছনাখনত পৰি বল। কিমান পৰৰ পিছত চকুলৈ টোপনি আহিল গম নাপালে।··



পিছদিনা গাৰ পোৱাৰ লগে লগেই আগদিনাৰ সিদ্ধান্তৰ কথা জয়ন্তীৰ মনলৈ আহিল: কিন্তু আগ নিশাৰ সেই আনন্দ জয়ন্তীয়ে অনুভৱ নকৰিলে। অন্তৰজুৰি কিবা এটা যেন দ্বিধা ভাব, কিহবাৰ যেন আশঙ্কা; মনটো আকৌ গধুৰ হৈ পৰিল! যুগযুগান্তৰ ধৰি চলি থকা এটা সংস্কাৰ হঠাৎ দলিয়াই পেলাবলৈ জয়ন্তীৰ যেন টান লাগিল। সমাজৰ মতামতলৈ জয়ন্তীৰ অশ্ৰদ্ধা নাছিল কিন্তু প্ৰয়োজন অনুসাৰে সেই মতামত উপেক্ষা কৰিবলৈকো জয়ন্তী প্ৰস্তুত আছিল। —আৰু এই শক্তি আছিল বুলিয়েই সেইবাৰ সহ-অভিনয়ত যোগ দিবলৈ সাহ কৰিব পাৰিছিল। কিন্তু ছবিত নমা আৰু সহ-অভিনয়ত যোগ দিয়া দুয়োটা কথা একে শ্ৰেণী ভুক্ত বুলি জয়ন্তীয়ে গণ্য কৰিব

নোৱাৰিলে ।... .

জয়ন্তীৰ নানা অভাৱৰ ভিতৰত কাপোৰৰ অভাৱটোৱেই বিশেষ ডাঙৰ। কলিকতালৈ যোৱা বিষয়ে কোনো খাটাং সিদ্ধান্তলৈ নাহিলেও, ভৱিষ্যতৰ কাৰণে প্ৰস্তুত থকা উচিত বুলি জয়ন্তীয়ে বুজিলে ।—

সন্ধ্যাৰ লগে লগে চাকৰটো লগত লৈ দোকানলৈ বুলি জয়ন্তী ঘৰৰ পৰা বাহিৰ হৈ গল। লগত মনে মাবোৱাৰী নহ জন তুজনে দি যোৱা কপ দ্ৰুপৰ কিছু অংশ। ... আজি লৰাটো লগত নিনিলে, চাকৰণী ছোৱালী জনীৰ হাতত তাক গতাই দি গ'ল। .

কাৰ দোকানলৈ যাব জয়ন্তীয়ে চিন্তা কৰা নাছিল। যেই সেই এখন দোকানলৈ গৈ পছন্দমতে কাপোৰ কিনাৰ কথাই ভাবিছিল ।...

আলিযেদি আগবাঢ়িবলৈ ধৰিলে। এবাৰ চকুত পৰিল কাৰোবাৰ মটৰ গাড়ী এখন উচবেদি অলপদূৰ আগবাঢ়ি গৈ আলিটোৰ একাষে হঠাৎ বন্ধ হৈ গল। ...কাৰ গাড়ী, কিয় ব'ল নৌ বুজি পাওঁতেই, গাড়ী খনৰ ভিতৰৰ পৰা হেম শইকীয়াক নামি অহা দেখি জয়ন্তী অকল আচৰিতেই নহল, অন্তৰত এটা আনন্দৰ ভাবো অনুভৱ কৰিলে ।

"অকলে অকলে কলৈ ওলাল? গাড়ীলৈকে আহক, কলৈ যাব, থৈ আহিম গৈ ...."

জয়ন্তীৰ প্ৰত্যুত্তৰলৈ বাট নাচাই, গাড়ীখনৰ ফালে হেম শইকীয়া আকৌ উভতি গল ।—

কোনো প্ৰতিবাদ জয়ন্তীয়ে নকৰিলে। মন্ত্ৰমুগ্ধ মানুহৰ

দৰেই হেম শইকীয়াৰ পিছে পিছে জয়ন্তীও আগুৱাই গল। লগে লগে গল চাকৰটো।

জয়ন্তী গাড়ীখনৰ ওচৰত থিয় হোৱাৰ লগে লগেই জয়চান্দ বাবু গাড়ীখনৰ ভিতৰৰ পৰা বাহিৰলৈ নামি আহিল।

"ৰাম, ৰাম, মাইজী, ভিতৰ আহক।"

কোনো আপত্তি নকৰাকৈ গাড়ীখনৰ ভিতৰলৈ জয়ন্তী সোমাই গল। চাকৰটো আলিত থিয় দি ৰল।

"এইটো আপোনাৰ মানুহ নে কি?"

হেম শইকীয়াই প্ৰশ্ন কৰিলে।

"হয়, ময়ে লগত আনিছো।"

"তাক নিব নে এৰি থৈ যাব?"

"গাড়ীত ঠাই হলে যাওক, অসুবিধা হলে যাব নালাগে।..."

মুহূৰ্ত্তলৈ হেম শইকীয়াই কিবা এটা ভাবিলে। শেষত চাকৰটোক লক্ষ্য কৰি নিৰ্দ্দেশ দিলে—

"যা, ভিতৰলৈ সোমাই গৈ লোই. চকুটোতে বহ গৈ।"

হেম শইকীয়া আৰু জয়চান্দ বাবু ভিতৰত বহিলহি।

"আপুনি কলৈ যাব?"

ভিতৰত বহিয়েই হেম শইকীয়াই প্ৰশ্ন কৰিলে।

"মই অলপ কাপোৰ কিনিব লাগে। যেই সেই কাপোৰৰ দোকান এখনত নমাই দিলেই হব।"

"মাইজী, কাপড় লাগেতো হামাৰ তিন নম্বৰ গোদামত চলক। আপনাৰ পছন্দ মাফিক কাপড় দেখিব। ...ড্ৰাইভাৰ তিন নম্বৰ মে চল।"...

বিদ্যাপথে গাড়ী দৌৰিবলৈ ধৰিলে। ...জয়চান্দ বাবুৰ

অন্যায়িকভাও জয়ন্তীৰ গোটেই অন্তৰ কৃতজ্ঞভাৱে ভৰি পৰিল।...

কাপোৰ বিচাৰি আন দোকানলৈ যাবৰ জয়ন্তীৰ প্ৰয়োজন নহল। জয়চান্দ বাবু নিজে আগত থাকি জয়ন্তীয়ে বিচৰা সকলো কাপোৰ তেওঁৰ দোকানৰ পৰাই যোগাৰ দিলে। কাপোৰৰ বং ডিজাইন পছন্দ কৰাত হেম শইকীয়াই জয়ন্তীক সহায় কৰিলে।...

কাপোৰ পছন্দ কৰি উঠি দাম দিবলৈ বুলি হাতত থকা ভেনিটি বেগটোৰ পৰা জয়ন্তীয়ে পইচাৰ বেগটো বাহিৰ কৰি আনিলে। কিন্তু দোকানীক কোনো প্ৰশ্ন কৰাৰ পূৰ্বেই কাণত পৰিলহি—

"ছিঃ, ছিঃ, মাইজী, কি কৰিছে? ...হামালোগৰ ইজ্জত নাছ হবে। এই কাপড় এমনি দিছে, মাইজী; দাম লাগি না লম। আপনি দয়া কৰে আহিছে, হামালোগৰ কিসমত ভাল আছে। দাম নিলে হাম'লোগৰ ইজ্জত যাবে।..."

প্ৰথমে নিজৰ কাণ দুখনে ভুল শুনিছে বুলি জয়ন্তীয়ে ভাবিলে। কিন্তু জয়চান্দ বাবুৰ প্ৰত্যেকটো কথা শুনাৰ পিছত জয়চান্দ বাবুৰ উদাৰতা দেখি জয়ন্তী আচৰিত হল। মুহূৰ্তলৈ জয়ন্তী অনিশ্চিত হৈ পৰিল। দাম নিদিয়াকৈ কাপোৰ খিনি লবলৈকো ভাল নালাগিল। শেষত আত্ম-সন্মান ৰক্ষা কৰাৰ উদ্দেশ্যেই দাম দিয়াৰ কথা জয়ন্তীয়ে প্ৰস্তাব কৰিলে।

"দাম নলব কিয়? দাম লওক, এনেয়ে নিবলৈ মোৰ জানো ভাল লাগিব?..."

"ভাল কেন না লাগিবে, মাইজী? আপনাৰ পইচা নিলে হুইকীয়া বাবুভি কিজানি গোছা কৰিবে। হামাকে মাফ কৰিবে, মাইজী।"

হেয় শইকীয়াই আলোচনাত ভাগ লললে। জয়চান্দ বাবুৰ কথা শুনি হাঁহিব লেখা এটা ভেঙুৰ মুখেদি বিৰিঙি উঠিল।

জয়ন্তীয়ে এটা অস্বস্তিৰ ভাব অনুভব কৰিলে।

"এনেয়ে কিয় দিব? আটাইখিনিবে ললেও, কিছু ম'ন নওক……।"

ক্ষন্তেকলৈ জয়চান্দ বাবুৱেও কিবা এটা ভাবিলে।—

"মাইজী, আপনিভি থুছি বহক। দাম দিবেনতো একটা টাকা দিন। এক টাকাৰ বেছি হাম না লিয়।…"

"নাই, নাই…"

জয়ন্তীয়ে প্ৰতিবাদ কৰিলে।

কিন্তু জয়চান্দ বাবুৱে প্ৰতিবাদলৈ কাণ নিদি গোমস্তা এটাক নিৰ্দেশ দিলে—

"দানমল, এই কাপড়া গাড়ী মে উঠা দেও। মাইজীকা ঘৰমে যায়েগা।…"

"কাপোৰ খিনি গাড়ীত দিব নালাগে। মই খোজ কাঢ়ি যাম। মোৰ লগত মানুহ আছে।"

"ছিঃ, ছিঃ, মাইজী, এইছা বাত না কৰ, বৰ চৰম লাগে। গাড়ী আপলোগৰ, হামাৰ না আছে।"

শেষত নিৰুপায় হৈ জয়ন্তীয়ে টকা এটা জয়চান্দ বাবুলৈ আগবঢ়াই দিলে।—

"ঠিক আছে, মাইজী, কাপড়কা দাম মিল গিয়া।"

জয়ন্তী থিয় হল।—

"মাইজী, থুৰা চা…। দানমল, চা?"

"হাজী, তিয়াৰ হো গিয়া…।"

"ছুইকীয়া বাবু ঠুবা চা, মাইজী চলিয়ে।"

ওচৰৰ খোটালী এটালৈ জয়চান্দ বাবু আগ বাঢ়ি গল।

চাহ খাবলৈ জয়ন্তীয়ে আপত্তি কৰিলে।

বাস্তি হল, চাহ আৰু নাখাও। পিছত কেতিয়াবা খামহি ...।"

"দুখ না দিবে মাইজী। যেহি কুচ নাই আছে, খালি গৰম চা, ঠুবা মিষ্টি বাছ...।"

অগত্যা খোটালীটোৰ ভিতৰলৈ জয়ন্তী সোমাই গল। পিছে পিছে গল হেম শইকীয়া।

জয়ন্তীক মটৰ গাড়ীখনত তুলি দিবলৈ জয়চান্দ বাবু আৰু হেম শইকীয়া আহি পালেহি। জয়ন্তী গাড়ীৰ ভিতৰত সোমোৱাৰ লগে লগেই হেম শইকীয়াই মাত লগালে—

"আপুনি আমাৰ লগত কলিকতালৈ যাব বুলিয়েই এতিয়ালৈকে আমি ভাবি আছো। এখেত সকলৰো সেয়ে বিশ্বাস। অত, ভত আপুনি যাব বুলিয়েই অৰপে ইঙ্গিতো দিছো।..."

"হা মাইজী, আপনাকে যাব লাগে। নাগেলে বৰ দুঃখ হবে।..."

"বুজিছে বাবুজী, তেখেতক নিবই লাগিব। মইগেনো কেনেকৈ থাকে চাওছোন বাৰু ...।"

হেম শইকীয়াই হাঁহিবলৈ ধৰিলে।

"ছুইকীয়া বাবু মাৰবি না যাব, মাইজী জৰুৰ জৰুৰ যাবে...।"

জয়চান্দ বাবুৱে যোগ দিলে।

"আপোনালোকে দিন ঠিক কৰকছোন। যাও বুলিলে নো, যাবলৈ কিমান পৰ লাগিছে? এঘণ্টাৰ ভিতৰতে তৈয়া

হব পাৰি··· ··।”

“ঠিক মাইজী, আপ ঠিক বাত কহা। ····নমস্কাৰ, নমস্কাৰ।···”

“ভাল যাওকগৈ।”

হেম শইকীয়াই বিদায় ললে।—

হাতযোৰ কৰি নমস্কাৰ জনাই জয়ন্তীয়েও বিদায় ললে।

···জয়চান্দ বাবু আৰু হেম শইকীয়াক পিছু পেলাই থৈ গাড়ী লৰিবলৈ ধৰিলে।····

মনত অপাৰ আনন্দ, হৃদয়ত নতুন প্ৰেৰণা লৈ জয়ন্তী ঘৰলৈ উভতিল। গাড়ীৰ পৰা নামি কম্পাউণ্ডটোৰ ফালে আগবাঢ়ি গল, পিছে পিছে কাপোৰৰ টোপোলাটো লৈ চাকৰটো।···

ঘৰৰ আগফালৰ বাৰান্দাখনত ভৰি দিয়াৰ আগতেই জয়ন্তীক লক্ষ্য কৰি চাকৰটোৱে মন্তব্য কৰিলে—

“আইদেউ, আজি কপাল ভাল দিয়ক। কথা নাই, বতৰা নাই, কেঁক্ৰাটোৱেও ইমানবোৰ কাপোৰ দিও বুজিয়েই কছু কৰে দি পেলালে। আমাকহে কটা, মৰাখনে পইচা এটাও কম্‌াই নিদিয়ে।···”

জয়ন্তীয়ে প্ৰত্যুত্তৰ নিদিলে। গৃহকৰ্ত্ৰীৰ পৰা কোনো উৎসাহ নাপাই সিও মনে মনে বল।···

বাৰান্দাত ভৰি দি হাতৰ ঠাৰিত বান্ধি থোৱা ঘড়ীটোলৈ চালে—। জয়ন্তী যেন চক্‌ খাই উঠিল। দহোটা বাজিবলৈ মাত্ৰ কুৰি মিনিট বাকী।···



কেবাদিনো পাৰ হৈ গল। ইয়াৰ ভিতৰত হেম শইকীয়া বা জয়চান্দ বাবু কোনোৱেই জয়ন্তীক লগ পাবলৈ নাহিল। ...কলিকতালৈ যোৱা দিনটো জানিবৰ কাৰণে জয়ন্তী ব্যগ্ৰ হৈ পৰিছিল। —কিন্তু সঠিক খবৰটো জানিব নোৱাৰি মনে মনে জয়ন্তীয়ে অশান্তি বোধ কৰিবলৈ ধৰিলে। —ক্লাবলৈ গলে হয়তো সবিশেষ খবৰ জানিব পাৰিব কিন্তু ক্লাবলৈ যাবলৈ জয়ন্তীৰ ভাল লগা নাছিল।...

সেইদিনা প্ৰায় দুপৰীয়া আন কেবাজনীও ছোৱালী লগত লৈ মণিকা আৰু গিৰিজা জয়ন্তীৰ ঘৰত উপস্থিত হলহি। ...মণিকাৰ গাত ফুলাম ছিটৰ এটা কুৰ্ত্তা চোলা, কঁকালত সেই কাপোৰৰে এটা পা-জামা। ডিঙিটো বেৰিয়াই চাদৰৰ দৰে ছিটৰ সৰু এখন কাপোৰ। ৰদৰ পৰা কোমল চকু দুটা ৰক্ষা কৰিবলৈ চকুৰ ওপৰত এযোৰ কলা ৰঙৰ গগোল্‌চ্। মূৰৰ চুলি কোছা বিশেষ যত্ন আৰু নিপুনভাৱে ফণিওৱা। হাতত ফটো তোলা এটা হাত কেমেৰা। ...দেখিলেই ধনীৰ ঘৰৰ আদৰৰ জীয়াৰী বুলি সহজেই বুজিব পাৰি।—

গিৰিজাৰ বাহিৰে বাকী গাভৰু কেইগৰাকীক জয়ন্তীয়ে চিনি নাপালে। চকুত পৰিল তেওঁলোকৰ প্ৰত্যেকৰে হাতত একোটা একোটা বাদ্য-যন্ত্ৰ। কাৰোবাৰ এছৰাজ, কাৰোবাৰ বেহেলা, কাৰোবাৰ চেতাৰ। গাভৰু কেইগৰাকীৰ আৰ্থিক অৱস্থাৰ কথা জয়ন্তীয়ে নাজানে। কিন্তু তেওঁলোকৰ হাতে হাতে মূল্যবান বাদ্য-যন্ত্ৰ দেখি তেওঁলোক সমাজৰ ধনিক সম্প্ৰদায়ভুক্ত নহয় বুলি জয়ন্তীয়ে ভাবিব নোৱাৰিলে। —লগে লগেই নিজৰ আৰ্থিক অৱস্থাৰ কথা মনত পৰি জয়ন্তীৰ সকলো উৎসাহ যেন নিস্তেজ

হৈ গল। কিন্তু এই অৱস্থা মুহূৰ্ত্তলৈহে। —

"হঠাৎ ওলালাহি দেখোন, আহা বহাহি।"

জয়ন্তীৰ এই অনুৰোধৰ লগে লগেই হাঁহি হাঁহি মণিকাই উত্তৰ দিলে—

"ছবিত আপুনি দেখিবলৈ কেনেকুৱা হব তাকে বুজিবৰ কাৰণে আপোনাৰ ফটো এখন লবলৈ আহিলো, বাইদেউ। চাও, অকণমান থিয় হওকচোন ?"

কথাকেইটা কৈয়ে হাতৰ কেমেৰাটো জয়ন্তীৰ মুখৰ ফালিলৈ ললে।..

খোৱা, খোৱা, মোৰ ফটো লব নালাগে। বহাহি। ..গিৰিজা আহা। এওলোককহে চিনি পোৱা নাই। হাতে হাতে দেখোন এছৰাজ, বেহেলা, গান শুনাব নে কি ? আগেয়ে বাক, বহাহিঁত, গান পিছতেই শুনাবা।..."

মনৰ উলাহতেই যেন জয়ন্তীয়ে হাঁহিবলৈ ধৰিলে।...

সকলোৰে শেষত জয়ন্তী নিজে বহিল।

"স'চাকৈয়ে বাইদেউ, আপোনাৰ ফটো এখন লবলৈ মোৰ বৰ মন গৈছে। আপোনাৰ ফটো মই কতো দেখাই নাই। ...বিয়াৰ পিছতো তোলা নাই যেন পাইছো...।"

লগে লগেই জয়ন্তীয়ে উত্তৰ দিব নোৱাৰিলে। কিবা এটা যেন ভাবিলে।—

"ফটো মোৰ নাই। ফটো লবলৈ মোৰ দেখোন ভালেই নালাগে।

"ছবিত নাথিৰে কৰিব কি ?"

"মই ছবিত নাথিব বুলি কো তোমাক কোনে কলে ?

নামিলেহে কটো লবা, নানামিলে ?"

"আপুনি ছবিত নামিব বুলি দেখোন কাগজে পত্রে ৰাখিও ফালে বাহিৰ হৈ গৈছে। হেন শইকীয়াই কথা দিছে আপোনাৰ নামো দেখিলো।"

"পিছে, আচলতে, মই এতিয়াও কথা দিয়া নাই।"

"ক্লাবতো আপুনি যাব বুলিয়েই সকলোৱে ভাবিছে। ......যাবলৈ নাপাই কিছুমানৰ যে হিংসা, কি কম আৰু। ...আপুনি ক্লাবলৈ নাযায় বুলিহে...।"

জয়ন্তীয়ে প্ৰত্যুত্তৰ নিদিলে। মনে মনে ক্লাবৰ সেই কেইগৰাকী সভ্যা কোন হব পাৰে, অনুমান কৰিবলৈ চেষ্টা কৰিলে।

"মণিকা আৰু সময় নষ্ট কৰিব নোৱাৰি, বাইদেউৰ খবৰটো দি উঠা আৰু যে কেৱা ঠাইলৈকো যাব লগা আছে পাহৰিলাই নে কি ?..."

"যাম বৰাছোন, লৰালৰি কিয় ?..."

"কি হল ? তোমালোক লো আহিলা কিয় ?"

জয়ন্তীয়ে প্ৰশ্ন কৰিলে।—

"বাইদেউ, আজি তিনটা বজাত ক্লাবলৈ যাব। ক্লাবৰ সভ্যাসকলে ক্লাবৰ হিতাকাঙ্ক্ষী কেইগৰাকীমান ভদ্ৰলোকৰ লগত কটো এখন লোৱা কথা ঠিক কৰিছে। — লগতে হেম শইকীয়াই আয়োজন কৰা টি-পাৰ্টি এটাও আছে। নোযোৱাকৈ নাথাকিব ঠিক তিনিটাত।..."

মণিকা যবাৰ পৰা থিয় হল। লগে লগেই থিয় হল গিৰিজা আৰু বাকী থাকৰ কেই গৰাকী।—

"এওঁলোকৰ লগত দেখোন চিনাকি কৰি নিদিলা ? আম

শুনিবলৈ পাম বুলি ভাবিছিলো, সিও নহল।”

জয়ন্তীয়ে হাঁহিবলৈ ধৰিলে।—

“ব্ৰজ মাষ্টৰৰ ভাৱৈ অহা যোৱা কৰি কৰি আইদেউহঁতে বাটৰ বনহে মাৰিছে, বাইদেউ, গান শুনাৰ পৰা হোৱাহি নাই। – ইফালে মাক-বাপেকেও বিয়াৰ কথাহে ভাবিব লাগিছে। বিয়া-বাক যদি কেনেবাকৈ হয় শেষেই। যদিহে নোহোৱাকৈ থাকে, কেতিয়াবাকৈ শুনাবহি। আজিলৈ ক্ষমা কৰক।

কথাকেইটা” কৈয়ে মণিকাই খিলখিলকৈ হাঁহিবলৈ ধৰিলে। — মণিকাৰ হাঁহিত যোগ নিদিয়াকৈ কোনোৱেই ৰব নোৱাৰিলে। — হাঁহিৰ খলকনিত গোটেই ঘৰ-খোটালী সজীৱ হৈ উঠিল।…

“বাইদেউ, আহিলো।”

যাওঁ দেই।”

গাভৰু কেইগৰাকী আগফালৰ বাৰান্দাখন পাৰ হৈ গল। হঠাৎ জয়ন্তীয়ে মণিকাক মাত লগালে –

“মণিকা কথা এটা সুধিবলৈ পাহৰিলো। শুনি যোৱাছোন।”

মণিকা উভতি আহিল। অন্তৰত এটা কৌতুহলৰ ভাৱ জাগি উঠিল।…

“কি কথা বাইদেউ?”

মাতটো সৰু।

“আমাৰ কোন কোন ছবিত নাচিব, কিবা জানা নে?”

প্ৰায় অস্পষ্ট এটা মাতেৰে জয়ন্তীয়ে প্ৰশ্নটো কৰিলে।—

“ছবিত নাচিবলৈ আটাইৰে মন, কাৰনো মন নাই বুলি কব। কাৰোবাৰ বয়সেই নাই, কাৰোবাৰ গালমুখ ভাঙি দেখিবলৈকে কিবা হল। কোনোবা মঙহেৰেই লুতুৰ-পুতুৰ।

কোনোবা আৰু মগুহৰ অভাৱতেই লেবেলা-চেপেতা। —তথাপিও দেখোন পেটে পেটে আটাইখনৰে ছবিত নামিবৰ মন। যেন শইকীয়াই খোলা-খুলি ভাবে কাকো না কৰা নাই। তেওঁ কৰা লিষ্টখন মই দেখিছো। পিছে, এইটো ভিতৰুৱা কথা দেই, কাকো নকব। তাত আপুনি, মই, গিৰিজা, মনোৰমা আৰু বাহিৰৰ কেই গৰাকী মানহে আছো। ক্লাবৰ আন কাকো ধৰা নাই। আজি ক্লাবলৈ গলেই সকলো বুজিব।"

জয়ন্তীৰ আৰু কোনো কথালৈ অপেক্ষা নকৰি মণিকা বাৰান্দাখনৰ পৰা নামি গল।

কিবা এটা ভাবি মণিকাহঁত চকুৰ আঁতৰ নোহোৱালৈকে মণিকাহঁতলৈ চাই জয়ন্তী বাৰান্দাখনতে থিয় দি ৰল।...



নিৰ্দ্দিষ্ট সময়ৰ আগতেই ক্লাব পোৱাকৈ জয়ন্তী ঘৰৰ পৰা বাহিৰ হৈ গল। ...ক্লাবৰ সভ্য সকলে ফটো লব, চিৰকালৰ কাৰণে এটা চিন। বাকচ মেলি ভাল ভাল সকলোখিনি কাপোৰ বাহিৰ কৰি লৈ সৰ্ব্বোৎকৃষ্ট কাপোৰ সজেৰে জয়ন্তীয়ে নিজকে সুসজ্জিত কৰিলে। মূৰৰ চুলিবোৰ বিশেষ যত্নেৰে পৰিপাটি কৰি ললে। তৰিত আটাইতকৈ দামী জোতা যোৰ তথাই লৈ দীঘল, চাওৰ আৰ্চ্চি খনৰ আগত থিয় হলহি।—

আৰ্চ্চিখনত প্ৰতিফলিত হোৱা নিজৰ ৰূপ-ৰাশিৰ জলমলনিত জয়ন্তী যেন চক্ খাই গল। মুহূৰ্ত্ততে আত্মতৃপ্তিৰ এটা ভাব চকুৰে মুখে ফুটি উঠিল। নিজৰ অনায়াস এই সৌন্দৰ্য্য-ৰাশি

জয়ন্তীয়ে যেন চাই থব নোৱাৰিলে। নিজৰ অতৰ্কিতেই চকু ছুটা জাপ খাই গল। ...আজি আকৌ এবাৰ নিজৰ অপৰূপ সৌন্দৰ্য্য-ৰাশি নিজ চকুৰে দেখি গৌৰব অনুভৱ নকৰাকৈ জয়ন্তী থাকিব নোৱাৰিলে। —কিন্তু লগে লগেই এটা হুমুনিয়াহ বাহিৰ হৈ আহি জয়ন্তীক ভেনেই অসুখী কৰি তুলিলেহি। আৰ্চি খনৰ আগত থিয় হৈ থাকিবলৈ জয়ন্তীৰ আৰু ভাল নালাগিল, জয়ন্তী আঁতৰি আহিল।...

লৰাটোক লগত নিয়া কথা ভাবিছিল। চাকৰণী ছোৱালী জনীয়েও লৰাটোক কাপোৰকানি পিন্ধাই দিলে। কিন্তু যাবৰ পৰত হঠাৎ জয়ন্তীৰ মনৰ পৰিবৰ্ত্তন ঘটিল। শেষত, লৰাটোক লগত নিনিয়াটোকে সিদ্ধান্ত কৰি লৰাটোৱে গম নোপোৱাকৈ জয়ন্তী অকলেই ঘৰৰ পৰা বাহিৰ হৈ গল।—

দুৱৰৰ পৰা জয়ন্তীৰ চকুত পৰিল ক্লাব ঘৰৰ আগৰ ঘাঁহনি দৰাত জুমে জুমে মতা-তিৰোতা। মতাতকৈ তিৰোতাৰ সংখ্যা সৰহ। ...হঠাৎ কিবা এটা দ্বিধা ভাবে জয়ন্তীক আগুৰি ধৰিছেলেহি। খোজৰ বেগ কমি আহিল। কিন্তু উভতি যাবৰ উপায় জয়ন্তীয়ে নেদেখিলে। ...শেষত ক্লাব ঘৰৰ আগৰ ঘাঁহনি দৰাত জয়ন্তীও থিয় হলহি।...

"হাইদেউ, আপুনিয়েই ঠিক সময়ত আহিছে। আমিহে বহুত আগতে আহিলো। তিনটা বাজিবলৈ এতিয়াও কুৰি মিনিট বাকী। সকলো অহতে বেছি হৈ আছে। তিনটা বাজিব কি, কটো লব।..."

কথাকেইটা কৈয়ে জয়ন্তীক আগবঢ়াই নিবলৈ প্ৰিবিজা ওচৰ চাপি আহিল। কোনো আপত্তি জয়ন্তীয়ে নিদিলে।

ইফালে সিফালে চকু ফুৰাই মানুহবোৰ চাবলৈ ধৰিলে। ⋯ চিনাকি অচিনাকি বহুত মানুহ চকুত পৰিল। ⋯ জয়ন্তীয়ে অনুভব কৰিলে অন্তৰৰ সকলো উৎসাহ যেন নাইকিয়া হৈ গল। ⋯ক্লাবৰ স্থায়ী সভ্যাসকলৰ কোনোৱেই বাকী নাই, সকলো উপস্থিত। মনোৰমা, মণিকা, গিৰিজা, অলকা বৰুৱা অভ্যাগত সকলক আদৰ-অভ্যৰ্থনা জনোৱা কামত ব্যস্ত, কথা পাতি সময় নষ্ট কৰিবলৈ তেওঁলোক অপাৰগ। ⋯ক্লাব ঘৰটোৰ একোণে ফটো লোৱা ঠাই, আৱশ্যকীয় সকলো ব্যৱস্থা ঠিক হৈ আছে। আগৰে পৰা ভাল ঠাই দখল কৰি বহি থকা বুদ্ধিমতী সভ্যা কেইগৰাকী জয়ন্তীৰ চকুত নপৰাকৈ নাথাকিল। ⋯ঘৰটোৰ ভিতৰলৈ চকু যাওতেই দেখিলে—ভিতৰত চাহ-মেজৰ আয়োজন সম্পূৰ্ণ হৈ আছে, ফটো লোৱাৰ পিছতেই চাহ-জলপান। ⋯

"ৰাম, ৰাম, মাইজী।"

"নমস্তে, নমস্তে।"

জয়ন্তীক নমস্কাৰ জনাই, দুৰ্গাবাবুৰ লগত জয়চান্দ বাবু জয়ন্তীৰ ওচৰত থিয় হলহি।

প্ৰতি নমস্কাৰ জয়ন্তীয়ে দিব নোৱাৰিলে। আন কি, কোনো কথাও জয়ন্তীৰ মুখেদি বাহিৰ হৈ নাহিল। ⋯চাৰিও-ফালৰ পৰা অহা তীক্ষ্ণ দৃষ্টিৰ সন্মুখত জয়ন্তীৰ মুখখন ৰঙা পৰি উঠিল। দুই একৰ মুখৰ মিচিকিয়া হাঁহি জয়ন্তীৰ চকুত নপৰাকৈ নৰল। বিমূঢ় মানুহৰ দৰে তেওঁলোক দুজনৰ মুখলৈ চাই জয়ন্তী থিয় দি ৰল।—

"মাইজী, এইখানে থাকিলে কি হবে, ফটো যে ঐ খানে উঠাবে।"

জয়চান্দ বাবুৰ সহানুভূতিসূচক কথাকেইটা জয়ন্তীৰ কাণত

পৰিলহি ।—

কিন্তু কোনো উত্তৰ দিবলৈ নৌ পাওঁতেই শুনিলে—

"বহি যাওকহি, বহি যাওকহি, সময় নষ্ট নকৰিব, তিনিটা বাজিল ।..."

হেম শইকীয়াৰ নিৰ্দেশ । জয়ন্তীয়ে মাতটো বুজিলে ।

"মাইজী, ছইকীয়া বাবু ডাকিছে, ছময় হৈছে, চলক ।..."

"বাইদেউ, আহক ।"

অলপ দূৰৰ পৰা মণিকাই মাত লগালে । ইমান পৰ এটা অশান্তিৰ ভাবে জয়ন্তীক কষ্ট দি আছিল । মণিকাৰ মাতটো শুনি জয়ন্তীয়ে নিষ্কৃতিৰ এটা উপায় দেখিলে— ।—

"চাও, মণিকা শুনাছোন ।"

নানা দায়িত্বৰ মাজত মণিকা ব্যস্ত ।

"কিয় ? তাৰ পৰাই কওকছোন, মোৰ সময় নাই ।—"

মণিকা থিয় দি ৰল ।

"নাযাবা হৈছো ।"

জয়চান্দ বাবু আৰু তেওঁৰ লগৰ দুৰ্গা বাবুক এৰি থৈ মণিকাক লগ ধৰাৰ চলেৰে জয়ন্তী আঁতৰি গল ।

ফটো তুলিবৰ কাৰণে ভাল ভাল ঠাই অধিকাৰ কৰি প্ৰায় সকলোবোৰেই বহি থকা জয়ন্তীৰ চকুত পৰিল । —ক'ত বহিব প্ৰথমে একো ঠিক কৰিব নোৱাৰা অলকা বৰুৱাৰ ওচৰতে উদং হৈ থকা চকী এখনতে জয়ন্তী বহিলহি । কিন্তু লগে লগেই অলকা বৰুৱাৰ প্ৰতিবাদ জয়ন্তীৰ কাণলৈ আহিল—

"এ, আপুনি বহিলহি যে কি ? চকীখন মণিকাই আইন কাৰোবাৰ কাৰণেহে থৈছিল হবলা ।..."

ক্ষন্তেকলৈ জয়ন্তী যেন অপ্ৰস্তুত হৈ পৰিল।

"তেন্তে মই উঠোঁ ?"

জয়ন্তীয়ে প্ৰস্তাৱ কৰিলে। —কিন্তু লগে লগেই অলকা বৰুৱাৰ প্ৰত্যুত্তৰ কাণত পৰিলহি।

"ৰাহিল যেতিয়া উঠিব নালাগে, বহকেই। মনে উঠোঁ, পাৰো যদি অইন এখন চকীকে লওঁগৈ, নহলে থিয় হৈয়ে থাকিম।..."

কথাকেইটা কৈয়ে বহি থকা চকীখন এৰি থৈ, অলকা বৰুৱা আন এখন চকীলৈ গল।

অলকা বৰুৱাৰ এই ব্যৱহাৰত জয়ন্তীয়ে অপমান বোধ কৰি কষ্ট পাবলৈ ধৰিলে। লগে লগেই, প্ৰতিকাৰ বিচাৰিলে কিন্তু কোনো প্ৰতিকাৰৰ উপায় জয়ন্তীয়ে নেদেখিলে।......

ফটো লোৱাৰ পিছত চাহ-মেল আৰম্ভ হল। চাহ-মেলত যোগ দিয়া প্ৰত্যেকৰে অন্তৰত আনন্দ, কিহবাৰ আশাত অন্তৰ ভৰা উদ্দীপনা। অতিথি সকলৰ আলপৈচান ধৰি, ভেওঁলোকৰ নানা ৰং-ৰহইছ ভৰা প্ৰশ্নৰ উত্তৰ দি, হেম শইকীয়া ব্যস্ত হৈ বল।

ক্লাবৰ সভ্যা আৰু নিমন্ত্ৰিত সকলৰ অনুৰোধত হেম শইকীয়াই তেওঁলোকৰ ছবি খনৰ বিষয়-বস্তু সম্পৰ্কে এটা আভাস দি, অভিনেতা আৰু অভিনেত্ৰী সকলৰ প্ৰত্যেকৰে একোটা একোটা চমু পৰিচয় শ্ৰোতাসকলক জানিবলৈ দিলে। শেষত, কলিকতালৈ যোৱা দিনটো প্ৰকাশ কৰি চাহ-মেলত উপস্থিত থকা অভিনেতা আৰু অভিনেত্ৰী সকলক সাজু হৈ থাকিবলৈ অনুৰোধ কৰিলে।—

তেওঁৰ বক্তৃতাৰ মাজত হেম শইকীয়াই জয়চান্দ বাবু আৰু

দুৰ্গাবাবুৰ বদান্যতাৰ কথা উল্লেখ কৰি তেওঁলোকৰ কাৰণেই যে এই মহৎ কাৰ্য্য হৈ উঠা সম্ভৱপৰ হৈছে সেই কথাও সকলোকে জনালে।—

অভিনেত্ৰী সকলৰ পৰিচয় দিওঁতে জয়ন্তীৰ কথাকেই বিশেষ ভাবে উল্লেখ কৰিলে। ...কিন্তু শ্ৰোতাসমণ্ডলীৰ পক্ষৰ পৰা সমৰ্থনসূচক কোনো ইঙ্গিত কাণত নপৰাত জয়ন্তীৰ বিষয়ে আলোচনা বন্ধ কৰি, আন আন কেইগৰাকীমানৰ কথাকে চমুকৈ কৈ উঠি, শেষত ক্লাবৰ সভ্যাসকলক ধন্যবাদ জনাই বক্তব্য শেষ কৰিলে।...

হেম শইকীয়াৰ বক্তব্যৰ অন্তত হঠাতেই যেন সকলো উৎসাহ, উদ্দীপনা ক্ষয় পৰি গৈ অস্বাভাবিক এটা নিস্তব্ধতাই দেখা দিলেহি। ...চাহ খোৱা শেষ কৰিয়েই দুই এক কৰি ক্লাবৰ সভ্যাসকলৰ সৰহ খিনিয়েই উঠি গল। ...হঠাৎ এনে এটা পৰিবৰ্ত্তনৰ আঁচল কাৰণ বোধহয়, কোনেও লক্ষ্য নকৰিলে। ধৈৰ্য্য ধৰি শেষলৈকে বৈ থকা সকলো কিছু পৰৰ পিছত ঘৰলৈ উভতিবৰ কাৰণে ব্যগ্ৰ হৈ পৰিল।...

জয়ন্তী বহাৰ পৰা থিয় হল। কিন্তু কাৰো দৃষ্টি জয়ন্তীয়ে আকৰ্ষণ কৰিব নোৱাৰিলে। ...জয়ন্তীৰ যেন কোনো বন্ধু নাই। ইফালে সিফালে এবাৰ চকু ফুৰালে, তাৰ পিছত বাহিৰলৈ ওলাই আহিল।—

"অকণমান বওঁ হোন!"

হেম শইকীয়াৰ অনুৰোধ।

খোজ বন্ধ কৰি ঘাঁহনি দৰাৰ ওপৰত জয়ন্তী থিয় দি ৰল।—

"আপোনাৰ লগত কথা আছে, অলপ সময় বওক। আমাৰ গাড়ীবেই থৈ আহিম পৈ।..."

ক্লাবত থাকি জয়ন্তীৰ ভাল লগা নাছিল। হেম শইকীয়াই কিয় লগ পাব খুজিছে জয়ন্তীয়ে বেন বুজিলে।—

"ঘৰত মোৰ বিশেষ কাম আছে, পলমেই হল। মই আগবাঢ়ি পৈ থাকো। কিবা কথা থাকিলে ঘৰতেই পাজিম ...।"

"ভাল ভেস্তে, বাতি হলেও ঘৰলৈকে যাম।..."

জয়ন্তীয়ে খোজ আগবঢ়াই দিলে।

"আপোনাক গাড়ীবেই থৈ আহকপৈ, খোজ কাঢ়িব লাগিছে কিয়?"

হেম শইকীয়াই প্ৰস্তাব কৰিলে।

"নালাগে, নালাগে, ইমানবোৰ মানুহে খোজ কাঢ়িব পাৰিলে মই নোৱাৰিম নে?..."

জয়ন্তীৰ কথা কেইটা হেম শইকীয়াই যেন বুজিলে।

"ভাল ভেস্তে, যাওক পৈ। আমিও পলম নকৰিম।"

শইকীয়া উভতি গল।...

সন্ধ্যাৰ আগে আগে জয়ন্তী ঘৰ পালেহি। এটা নতুন সমস্যাৰ সন্মুখীন হৈ জয়ন্তাৰ গোটেই মন অশান্ত হৈ পৰিছিল। জয়ন্তীক প্ৰশংসা কৰি হেম শইকীয়াই কোৱা কথা কেইটাই জয়ন্তীক যেনেকৈ উৎসাহিত কৰিছিল, সেইদৰেই জয়ন্তীৰ মুখ ওপৰত এটা মধুৰ বোজাও তুলি দি গৈছিল। ...হৃদিত মতা উচিত হব নে নহয় সেই বিষয়ে সঁচাকৈয়ে আজিও জয়ন্তী অনিশ্চিত। —হেম শইকীয়া ঘৰলৈ আহিলে কি উত্তৰ দিব একো সঠিক কৰি উঠিব নোৱাৰি জয়ন্তী বিমুঢ় হৈ পৰিছিল।...

হঠাৎ এবাৰ বাহিৰত কাৰোবাৰ মটৰ গাড়ী এখন বোৱা শব্দ শুনি হেৰ শইকীয়া আহিছে বুলি জয়ন্তীয়ে অনুমান কৰিলে। কিন্তু বাহিৰলৈ চাই মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ গাড়ীখন ঘৰৰ আগত দেখি জয়ন্তী যেন হতাশ হৈ প'ৰিল। — গাড়ীৰ ভিতৰৰ পৰা মিষ্টাৰ চক্ৰৱৰ্ত্তী নামি আহিল এইদৰে আজি হঠাৎ তেওঁ ওলাবহি বুলি জয়ন্তীয়ে ভবা নাছিল। কিন্তু জয়ন্তী নিৰুপায়। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ অবাধ গতিত বাধা দিবৰ কোনো উপায় জয়ন্তীয়ে নেদেখিলে। অগত্যা মিষ্টাৰ চক্ৰৱৰ্ত্তীক সম্ভাষণ জনাবৰ কাৰণে জয়ন্তী ড্ৰইংৰুমত উপস্থিত হলহি।—

"আপোনাক লগ নাপা'ম বুলিয়েই ভাবিছিলো। চান্স এটা ললো, দেখিছো ভুল কৰা নাই।"

ড্ৰইংৰুমৰ চকী এখনত বহিয়েই মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে মন্তব্যটো কৰিলে।—

"ভুলেই কৰিছিল, পিছে চান্সতহে ভুল নহল। মৰো এই মাত্ৰ ঘৰ সোমাইছোহি।"

জয়ন্তী নিজেও চকী এখনত বহিলহি।

"কলৈ গৈছিল, ক্লাবলৈ নে কি? আপোনালোকৰ ছুটিং আৰম্ভ হব কেতিয়াৰ পৰা?"

কথাকেইটা মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে যেন একে উশাহতেই কৈ শেষ কৰিলে।

"ছুটিং কেতিয়াৰ পৰা হব নাজানো। কলিকতালৈ যোৱা দিনটোহে মাত্ৰ এতিয়া ঠিক হৈছে।"

"আপুনিতো যাবই…।"

"কোনে কলে?"

"সকলোৱে কৈছে দেখি ময়ো কৈছো।

"ভুল। মই এতিয়াও একো ঠিকেই কৰা নাই। আচলতে ছবিত নামিবৰ মোৰ মন নাই।..."

"মন নহওঁতেই কাগজত নাম বাহিৰ হল নে?"

"মোক পৰামৰ্শ নকৰাকৈয়ে কাগজত নামটো দিলে। মই আপত্তি কৰিছো।"

"আপোনাক মই কেতিয়াবাই সাৱধান কৰি দিছিলো। পিছে মোৰ পৰামৰ্শ আপুনি ভাল নাপালে। হেৰ শইকীয়া যে আচলতে মানুহ ভাল নহয়, সেই কথা আজিও আপোনাক মই মনত পেলাই দিলো। সি কি আৰ্ট বুজা মানুহটো..!"

কথাকেইটা জয়ন্তীৰ ভাল নালাগিল। কিন্তু কোনো প্ৰতিবাদ নকৰি জয়ন্তী নিৰুত্তৰ হৈ ৰল।—

"ক্লাবত আজি কি কৰিলে গৈ?"

মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে প্ৰশ্ন কৰিলে। —কিন্তু লগে লগেই জয়ন্তীয়ে উত্তৰ নিদিলে। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ প্ৰশ্নটো জয়ন্তীয়ে আজি অনাধিকাৰ চৰ্চ্চা বুলিয়েই গণ্য কৰিলে।...

জয়ন্তীক নিৰুত্তৰ দেখি মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ মনত কিবা এটা সন্দেহৰ ভাবে দেখা দিলেহি।

"মনে মনে ৰল দেখোন।..."

কথাকেইটা, মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ মাতৰ সুৰটো জয়ন্তীৰ পক্ষে বিৰক্তিজনক হৈ উঠিল। কিন্তু নিজকে জয়ন্তীয়ে সংযত কৰিলে।—

"আজি ক্লাবত কটো নলে।..."

"কটো নলে? কাৰ?..."

"সভ্যাসকলৰ আৰু কেইগৰাকীমান হিতাকাঙ্ক্ষী ভদ্ৰলোকৰ।"

"সেই কেইজন নো কোন হিতাকাঙ্ক্ষী ওলালহি ?"

কথাকেইটাৰ মাজেদি মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ অন্তৰৰ ভাচ্ছিল্যৰ ভাবটো ফুটি উঠিল। কিন্তু প্ৰত্যুত্তৰ জয়ন্তীয়ে নিদিলে।—

"ভেওঁলোকৰ মাজত হেম শইকীয়াও এজন যেন পাইছো, লগতে চাগৈ সেই কেঞা দুটাও, নহয় নে ?"

নিতান্ত অনাৱশ্যকীয় প্ৰগলভতা। জয়ন্তীৰ খং উঠিল। কিন্তু প্ৰকাশ জয়ন্তীয়ে নকৰিলে।

"ভেওঁলোকৰ বাহিৰেও, আন আৰু কেবাগৰাকীও ভদ্ৰলোক আছে।..."

সেই কেইগৰাকী কোন জানিবৰ কাৰণে মিষ্টাৰ চক্ৰৱৰ্ত্তী ব্যগ্ৰ নহল।—

"অলপ ওলাই যাব নে কি ? মোৰ আন ঠাইত কাম নাই। যলৈকে যাও বোলে নিব পাৰিম।"

প্ৰস্তাবটো কৰি উঠিয়েই জয়ন্তীৰ মুখলৈ চালে।—

"আজি যাব নোৱাৰিম, কাম আছে, সময় নহব।..."

"মই দেখোন একো কাম দেখা নাই। ঘৰত কাম কৰা মানুহো আছে। পেৰাবী বাটিৰ লগা অৱস্থা হোৱা হলে মই প্ৰস্তাবেই নকৰো।..."

"বাইলেউকো দেখোন আনিব পাৰিলেহেঁতেন ?"

"তেওঁৰ কথা নো মোক আৰু কিমান কয়। কিমানেই চাকৰ ঘৰত থাকক মেই সেই কামটো নিজে কৰিহে তেওঁ সুখ পায়। তেওঁ সময় আছে বুলি কোৱা কোনো দিনেই শুনিলো। সেই দেখি মযো আজি কালি কলৈকো লগ

নধৰো।

"আজি মোৰো কাম আছে, যাব নোৱাৰিম।"

জয়ন্তীৰ আপত্তিৰ কাৰণটো মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ মনঃপুত নহল।

"কোনোবা আহিবৰ কথা আছে নে কি?"

মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে মনৰ কৌতুহল দমাই ৰাখিব নোৱাৰিলে।—প্ৰশ্নটো কাণত পৰা মাত্ৰকে কিবা এটা লাজৰ ভাবে জয়ন্তীক আগুৰি ধৰিলেহি। মুখখন ৰঙা পৰি উঠিল। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ উপস্থিতি জয়ন্তীৰ পক্ষে অপ্ৰীতিকৰ হৈ পৰিল। কিন্তু জয়ন্তীয়ে নিজে কোনো প্ৰত্যুত্তৰ দিয়াৰ পূৰ্ব্বেই মিষ্টাৰ চক্ৰৱৰ্ত্তীয়েই আকৌ প্ৰশ্ন কৰিলে—

"হেম শইকীয়া আহিবৰ কথা আছে যেন পাইছো, নহয় নে?"

কথা কেইটাৰ সুৰত এটা অন্তৰ্জ্বালা ভাব, মুখত হাঁহিৰ অলপ আভাস।...লাজত জয়ন্তী মৰাৰ নিচিনা হল। —নিজৰ অজ্ঞাতেই যেন মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ প্ৰতি এটা ঘৃণাৰ ভাবে অন্তৰত দেখা দিলেহি। —প্ৰত্যুত্তৰ নিদিও জয়ন্তীৰ উপায় নাছিল।

"আজি কালি হেম শইকীয়াৰ কথাকেই আপুনি বেছিকৈ ভাবে যেন পাইছো। মোৰ ঘৰলৈ অকল হেম শইকীয়াহে আহে নে? আপুনি জানো নাহে? আপোনালোকৰ বাহিৰেও আন অহা মানুহ জানো নাই?..."

জয়ন্তীৰ কথা শুনি মিষ্টাৰ চক্ৰৱৰ্ত্তী অলপকলৈ বিব্ৰত হৈ পৰিল।

"মোকে হেম শইকীয়াকে আপুনি একে কৰিলে কেনেকৈ

হব। মই অহা আৰু হেম শইকীয়া অহাৰ ভিতৰত এটা পাৰ্থক্য আছে। সেইদিনা তেওঁক আপোনাৰ ঘৰত দেখি মই আচৰিতেই হৈছিলো। যি আপোনাৰ সন্মান পৰ্য্যন্ত ৰখাৰ নাজানিলে, ফচ্ কৰে কাগজত নামটো তুলি দিলে, সেই মানুহৰ লগত কিহৰ বন্ধুত্ব।..."

মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ যুক্তিটো জয়ন্তীৰ ভাল নালাগিল। —কিন্তু জয়ন্তীয়ে কোনো প্ৰত্যুত্তৰ দিয়াৰ পূৰ্ব্বেই তুয়োৰো দৃষ্টি বাহিৰলৈ গল। জয়ন্তী আৰু মিষ্টাৰ চক্ৰৱৰ্ত্তী তুয়ো লক্ষ্য কৰিলে—ঘৰৰ আগত ৰোৱা মটৰ গাড়ী খনৰ পৰা হেম শইকীয়া নামি আহিছে। প্ৰত্যুত্তৰ জয়ন্তীয়ে দিব নোৱাৰিলে। —কিবা এটা লাজৰ ভাবে জয়ন্তীক আগুৰি ধৰিলেহি। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ চকুৰ আগৰ পৰা মুখখন আঁতৰাই আনি আন এফালে কৰি বাহিৰলৈ চাই বল।...

"দেখিছো মই ভুল কৰা নাই, ঠিকেই অনুমান কৰিছিলো!..."

জয়ন্তীয়ে বিৰক্তি বোধ কৰিলে। কিন্তু কোনো প্ৰত্যুত্তৰ নিদিলে। —মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ নিজৰো উৎসাহ কমি আহিছিল।—

"মই উঠো, বহি থাকিলে আপদহে হম। কোম্পানীৰ কিবা বিশেষ কাৰণেই বোধ হয়, তেওঁ আহিছে। তেওঁকেই অভ্যৰ্থনা জনাওক মই আঁতৰ হওঁ, বহি থাকি মোৰো লাভ নাই।..."

কথাকেইটা কৈয়ে মিষ্টাৰ চক্ৰৱৰ্ত্তী থিয় হল। —লগে লগেই জয়ন্তীও থিয় দিলে। কিন্তু মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ কথা কেইটাৰ কোনো উত্তৰ নিদিলে। —জয়ন্তীৰ নিকত্তৰ অৱস্থা মিষ্টাৰ চক্ৰৱৰ্ত্তীয়ে লক্ষ্য কৰিলে।

"আপুনি বোধহয়, বিৰক্তিয়েই পাইছে। কোম্পানীৰ মিটিং বহিব বুলি গম পোৱা হলে মই কেতিয়াও নাহো। মোৰো আত্মসন্মান আছে দিয়কছোন!"

মিষ্টাৰ চক্ৰৱৰ্ত্তী ড্ৰইংৰুমৰ পৰা বাহিৰ হৈ গ'ল। অভ্যাগতক আদৰ-অভ্যৰ্থনা জনাবৰ কাৰণেই যেন তেওঁৰ অপেক্ষা কৰি ড্ৰইংৰুমৰ ভিতৰত জয়ন্তী অকলেই থিয় দি ৰল।...



আজি মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ উপস্থিতিয়ে জয়ন্তীক অলপো আনন্দ দিব নোৱাৰিলে। জয়ন্তীৰ মনটো গধুৰ হৈ পৰিছিল। মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ সকলো কথা, বক্তৃতাৰ মাজেদি হেম শইকীয়াৰ প্ৰতি তেওঁৰ এটা বিদ্বেষ ভাব ফুটি উঠা জয়ন্তীয়ে লক্ষ্য কৰিছিল। কিন্তু এনে বিদ্বেষৰ কোনো কাৰণ বুজিব নোৱাৰি, মিষ্টাৰ চক্ৰৱৰ্ত্তীৰ কোনো যুক্তিকেই জয়ন্তীয়ে সত্য বুলি গ্ৰহণ কৰিব নোৱাৰিলে। জয়ন্তীৰ কাৰণে হেম শইকীয়া আছিল জয়ন্তীৰ এগৰাকী পৰম হিতাকাঙ্ক্ষী বন্ধু, আপদ-কালৰ সহায়। তেওঁক নিলগীয়া বুলি জয়ন্তীয়ে ভাবিব নোৱাৰিলে।—

"বহক, তেওঁলোক হুমন নাহিল দেখোন....।"

হেম শইকীয়াক বহিবলৈ অনুৰোধ জনাই, জয়ন্তী নিজেও ওচৰৰ আন এখন চকীত বহিলহি।

"বৰ বেপাৰী। লাভ-লোকচানৰ হিচাবতেই আছে। ইয়ালৈ নানিলো। বাটতে নমাই দি আহিলো।

"বেপাৰ কৰিবলৈ হলে লাভ-লোকচানৰ হিচাব থাকিবই

লাগিব ।"

সবল ভাবে জয়ন্তীয়ে উত্তৰ দিলে ।

"বেপাৰ কৰিলে লাভ-লোকচান থাকিবই । বেপাৰৰ লাভ-লোকচানৰ হিচাবৰ বাবে মই দোষ দিয়া নাই । আন অৰ্থহে মই কৰিছো । আচলতে তেওঁলোকৰ স্বভাৱ ভাল নহয় । বৰ লেতেৰা । বহুত বদ দোষ আছে । টকা থাকিলে এনেকুৱা হয়েই নে কি ! তেওঁলোকৰ কিছুমান কথা আছে যিবোৰ মই বেয়া পাওঁ ।..."

হেম শইকীয়াৰ কথাকেইটাৰ মাজত থকা ইঙ্গিতটো বুজি জয়ন্তীৰ লাজ লাগিল । হেম শইকীয়াৰ মুখৰ ফালে আৰু চাই থাকিব নোৱাৰি নিজৰ মুখখন শইকীয়াৰ দৃষ্টিৰ পৰা আঁতৰাই আনি বাহিৰৰ ফালে চাই ৰল ।...

"চাহ খাওক ।..."

হঠাৎ জয়ন্তীয়ে প্ৰস্তাব কৰিলে ।

"চাহ দেখোন খাইয়ে আহিছো । মিছায়ে চাহ নকৰাব ।..."

হেম শইকীয়াই আপত্তি কৰিলে ।

"অলপ মুদা চাহকে খাওক । বহক, মই চাহ আনোগৈ ।..."

"খাওক দিয়ক...।"

হেম শইকীয়াৰ আপত্তি জয়ন্তীয়ে নুশুনিলে । চাহৰ যোগাৰ কৰিবৰ কাৰণে ড্ৰইংৰুম এৰি থৈ জয়ন্তী ভিতৰলৈ সোমাই গল ।...

কিছু পৰৰ পিছত জয়ন্তী আকৌ ড্ৰইংৰুমলৈ উভতি আহিল ।...

"মই আপোনাক কোৱা নাই । আপুনি কলিকতালৈ গৰে আপোনাৰ থকা-মেলাৰ সকলো ব্যৱস্থা হয়ে ৰব । তেওঁলোকৰ

হাতত এৰি দিব নোৱাৰি। বিদেশত কেতিয়া কাৰ মন কেনে হয়, একো ঠিক নাই।.......

হেম শইকীয়াৰ চকুৰে মুখে এটা হাঁহিৰ ভাব বিৰিঙি উঠিল।.........

হেম শইকীয়াৰ অৰ্থপূৰ্ণ এই কথা কেইটা শুনি জয়ন্তী লাজত মৰাৰ নিচিনা হল। ......ক্ষন্তেকলৈ সকলো কথা-বতৰা বন্ধ হৈ গল।

"মোৰ সময় একেবাৰেই নাই। আৰু কেইবা ঠাইলৈকো যাব লাগিব।— এতিয়া মই আচল কথালৈ আহোঁ। ...আজি সকলো শুনিলেই। নতুনকৈ কব লগা আৰু একো নাই। যিটো ভাবিথৰ কথা আজি কলো সেই ভাবিৰে জয়চান্দ বাবু, দুৰ্গা বাবু আৰু কোনোবা কোনোবা মুজনমান লৈ কলিকতাত কৰিব লগা যোগাৰ থিনি কৰিবলৈ। ইয়াৰ আগতেই ইয়াত কৰিব লগা খিনি কৰি লম। তাৰ কাৰণেও সকলো যোগাৰ হৈ আছে। সময় মতে আপোনাক লৈ যামহি। কিন্তু আচল কাম খিনি কলিকতাতহে হব। আপুনি এডোখৰ কৰি এডোখৰ নকৰিলে আমাৰ বিপদেই হব।— পথাপক্ষত কলিকতালৈ যোৱা দিনটো পিছুৱাই দিয়াৰ আৰু মন নাই। আপোনাৰ কেতিয়ামানে যাবৰ সুবিধা হব, আমাক জনালে আপোনাৰ সুবিধা মতেই আমিও এবেন্দ্ৰ কৰিম।........."

কথাকেইটা কৈ উঠি হেম শইকীয়াই জয়ন্তীৰ মুখলৈ চালে।— জয়ন্তী নিৰুত্তৰ হৈ ৰ'ল।—

"আপুনিও বেছিকৈ ভাবিছে......।"

জয়ন্তীৰ এই নিৰুত্তৰ অৱস্থা হেম শইকীয়াৰ পক্ষে অসহনীয় হৈ পৰিছিল।

"মোৰ অসুবিধাৰ কথাবোৰ আপোনালোকে ভাবি চোৱা নাই.....।"

"আপুনি মাত্ৰ যাম বুলি কওক। আমি সকলো ঠিক কৰি লম।"

লগে লগেই হেম শইকীয়াই প্ৰত্যুত্তৰ দিলে। কিবা এটা ভাবি জয়ন্তীয়েও কোনো প্ৰতিবাদ নকৰিলে। ক্ষন্তেকলৈ ঘৰ খোটালী নিস্তব্ধ হৈ পৰিল।......

চাহ লৈ চাকৰ এটা ভিতৰলৈ সোমাই আহিল। তাক দেখা মাত্ৰকে বহাৰ পৰা থিয় হৈ নিজ হাতেৰে চাহৰ কাপটো শইকীয়াৰ হাতত দি জয়ন্তী আকৌ চকীখনত বহিলহি।......

সন্ধ্যাৰ অন্ধকাৰ ভেদিয়াও ঘনীভূত হোৱা নাছিল। হঠাৎ ঘৰৰ আগত কাৰোবাৰ মটৰ গাড়ী এখন ৰোৱা যেন শব্দ শুনি জয়ন্তীয়ে বাহিৰলৈ চালে। জয়ন্তী চক্ খাই উঠিল। হঠাৎ যাম নিশাৰ অন্ধকাৰৰ মাজত জয়ন্তীয়ে যেন ভূত দেখিলে। · কিহবাৰ ভয়ত মুখখন অকস্মাত বিবৰ্ণ পৰি গল।...গাড়ীখন কিৰণহঁতৰ।...

"চাহখিনি বৰ ভাল হৈছে দিয়ক ।"

হেম শইকীয়াৰ প্ৰশংসা। কিন্তু সেই মন্তব্যৰ মধুৰ ধ্বনি জয়ন্তীৰ কাণলৈ নগল। জয়ন্তীৰ দৃষ্টি আলিৰ ওপৰত।......চকুত পৰিল বিনা মেঘে বজ্ৰপাতৰ দৰে গাড়ীখনৰ ভিতৰৰ পৰা কিৰণ, কিৰণৰ দ্বিতীয়া কন্যা হিৰণ আৰু নবীনৰ মাক নামি আহিছে।—

"আপুনি কি চাইছে ·?"

হেম শইকীয়াই মাত দিলে। কিন্তু জয়ন্তী নিৰুত্তৰ হৈঁয়ে ৰল। ......লাহে লাহে বাহিৰৰ বাৰান্দাত হোৱা জোতাৰ শব্দ দুয়োৰো কাণত পৰিলহি।

"বাহিৰত আপোনাক বিচাৰি কোনোবা আহিছে হবলা।..."

জয়ন্তীৰ দৃষ্টি আকৰ্ষণ কৰিবৰ কাৰণেই যেন শইকীয়াই কথা কেইটা কৈয়ে জয়ন্তীৰ মুখলৈ চালে।— চকুত পৰিল কিছুমান আশঙ্কাত শেতা পৰি যোৱা ভয়াৰ্ত্ত এখন মুখ। হঠাৎ এনে পৰিবৰ্ত্তনৰ কোনো কাৰণ বুজুৱি হেন শইকীয়া নিজেও যেন চিন্তান্বিত হৈ পৰিল।

“মানুহ আহিছে। আজি আৰু কথা পতাৰ সুবিধা নহয়। অলপ সময় আপুনি বহক, মই এতিয়াই আহিম।.. ”

জয়ন্তী বাহিৰলৈ ওলাই গ'ল।—

... ... ... ...

“বাইদেউ, কোনো খবৰ বাতৰি নিদিয়াকৈয়ে হঠাৎ ওলালহি! আপুনি যে এইপিনে ওলাবহি ভাবিবই পৰা নাছিলো। আহক!”

ডুইংৰুমৰ দুৱাৰমুখ পাৰ হৈ গৈ জয়ন্তীয়ে কিৰণহঁতক মাত দিলেগৈ।—

“হিৰণ, মোক চিনি পাইছা নে নাই? বাৰু, ভালে আছা.....!”

হিৰণ কিৰণৰ ছোৱালী।—

“খবৰ নিদি অহাত কিবা অপৰাধ হল নেকি?.. ”

কিৰণৰ নিৰ্ধূম সম্বিধান। এনে এটা কটু প্ৰত্যুত্তৰৰ কাৰণে জয়ন্তী কেতিয়াও প্ৰস্তুত নাছিল। নিমিষতে জয়ন্তীৰ সকলো উৎসাহ নাইকিয়া হৈ গ'ল।...কিৰণ মৰল, জয়ন্তীকো কোনো প্ৰশ্ন নকৰিলে।..... জয়ন্তী মৰাৰ নিচিনা হল। কিৰণক দ্বিতীয় প্ৰশ্ন কৰিবলৈ জয়ন্তীৰ আৰু সাহ নহল।.. উপায় নাই, নিঃসহায় মানুহৰ দৰে কিৰণৰ পিছে পিছে জয়ন্তীও আগবাঢ়ি গ'ল।...

আলিৰ ওপৰত মটৰ গাড়ী দেখি ভিতৰত মানুহ আছে

বুলি কিৰণে অনুমান কৰিছিল। ড্ৰইংৰুমৰ ভিতৰত ভৰি দিয়েই বহি থকা মানুহজনৰ ফালে এবাৰ কেৰাহিকৈ চায়ে নবালবিকৈ ড্ৰইংৰুম পাৰ হৈ কিৰণ ভিতৰলৈ সোমাই গল।—

কিৰণৰ লগে লগে জয়ন্তী ভিতৰলৈ নগল।— কিৰণক এৰি থৈ জয়ন্তী হেম শইকীয়াৰ ওচৰত থিয় দিলেহি।—

"আজিনো কথা কেনেকৈ পাতিম? এতিয়াও বহুত দিন আছে। মযো ভাবি চিন্তি চাওঁ। গলে যামেই, কোনেও বাধা দি ৰখাব নোৱাৰিব।......"

"সেয়ে খাটাং হলেই আমিও নিশ্চিন্ত হব পাৰোঁ। "

"আজিনো কি উত্তৰ দিম? যদি পাৰে কালিলৈ আপুনি এবাৰ আহিব। বহুত মানুহ নহাই ভাল। মই এতিয়া যাওঁ।"

জয়ন্তীৰ ব্যস্ততা দেখি হেম শইকীয়া থিয় হল।

"ভাল, কালিলৈ আবেলিকৈ মই আহিম। তেখেত আহিছে ভালেই হৈছে। তেখেতৰ লগতো পৰামৰ্শ কৰক। মোৰ বিশ্বাস বাধা নিদিব।— কাৰণ দেশত যুগ বদলিছে। আপোনাৰ লোকচান একো নাই। টকাও পাব, নামো হব।..."

জয়ন্তী নিৰুত্তৰ হৈ বল। উত্তৰেই বা কি দিব? ........

"তেন্তে আজিলৈ আহো?"

"ভাল, যাওক।"

ড্ৰইংৰুমৰ পৰা হেম শইকীয়া বাহিৰ হৈ গল। তেওঁ আলিত বৈ থকা মটৰ গাড়ীখনত উঠালৈকে জয়ন্তী ড্ৰইংৰুমৰ ভিতৰতে থিয় দি বল। মটৰ গাড়ীখন চলিবলৈ আৰম্ভ কৰাৰ লগে লগে, অতি সন্তৰ্পণে কিৰণক লগ পাবলৈ বুলি জয়ন্তীয়ে

নিজকে ভিতৰলৈ ঠেলি লৈ গ'ল।........



কিৰণৰ আকস্মিক উপস্থিতি জয়ন্তীয়ে সহজ ভাৱে গ্ৰহণ কৰিব নোৱাৰিলে। কিন্তু সকলো অৱস্থাৰ বাবে জয়ন্তী মনে মনে প্ৰস্তুত হৈ থ'ল।

কিৰণৰ কটু ব্যৱহাৰত মৰ্মান্তিক বেজাৰ পালেও জয়ন্তীয়ে নিজৰ অন্তৰৰ দুখ ঢাকি ৰখাই কিৰণৰ পৰিচৰ্য্যাৰ কাৰণে নিজে পাকঘৰ পালেগৈ।— আৱশ্যকীয় সকলো যোগাৰ নিজ হাতে-ৰেই কৰি কিৰণক খাবলৈ দিলেহি।— উপযাচি কিৰণক নানা প্ৰশ্ন কৰি আত্মীয়তা স্থাপন কৰিবৰ কাৰণে জয়ন্তীয়ে চেষ্টা কৰিলে।— কিন্তু কিৰণৰ পক্ষৰ পৰা উৎসাহজনক কোনো উত্তৰ নাপাই জয়ন্তী হতাশ হল।—

"তোমাৰ বন্ধুজন সজনে আছে?"

হঠাৎ কিৰণে জয়ন্তীক এবাৰ প্ৰশ্ন কৰিলে।— এনে এটা প্ৰশ্নৰ কাৰণে জয়ন্তী মুঠেই প্ৰস্তুত নাছিল। কিৰণৰ উদ্দেশ্য কি জয়ন্তীয়ে বুজিব নোৱাৰিলে। জয়ন্তী খন্তেকলৈ বিব্ৰত হৈ পৰিল।—

"কোন বন্ধুৰ কথা কলে, বাইদেউ?"

"চবুজাই হলা নে? ড্ৰইংৰুমত বহি চাহ খাই আড্ডা দি থকা মানুহটোৰ কথাকেই মই সুধিছো।... কোনো ভেও পলা নে, বাহিৰেই আছে?"

নিষ্ঠুৰ আঘাত। জয়ন্তীৰ হিয়াখন চূৰ্ণ-বিচূৰ্ণ হৈ গল। কিন্তু ধৈৰ্য্য জয়ন্তীয়ে নেহেৰুৱালে।

"অ', তেওঁৰ কথা সুধিছে বুলি মই বুজাই নাছিলো। তেওঁ দেখোন কেতিয়াবাই গল। কাম নাথাকিলেও বহি থাকিবনে ?"

"এৰা, পৰৰ মতা মানুহৰ লগত সমানে বহি গৃহস্থৰ ঘৰৰ বোৱাৰীয়েও যেতিয়া আড্ডা দিবলৈ আৰম্ভ কৰিলে, তেন্তে ঘৰ আৰু ৰক্ষা নপৰে, ঘৰ গল। বংশ-মৰ্য্যাদাৰ কথা নকওঁৱেই। সেইভাই বাচি বাচি ঘৰখন বথাবৰ কাৰণেই তোমাক আনিছিল। পিছে দেখিছো ঘৰ ৰখোৱা দূৰৰ কথা, তুমি অহাৰ লগে লগেই ঘৰ খনতো ন ন বহুত কথা সোমালহি।"

জয়ন্তী নিৰুত্তৰ হৈ বল। প্ৰতিবাদ কৰিবৰ আগ্ৰহ আজি নহল।

"কাগজতো দেখিলো, লোকৰ মুখতো শুনিছো, তুমি বোলে কিবা ছবি এখনত নামিবা, হয় নে ?..."

এনে এটা প্ৰশ্নৰ কাৰণে জয়ন্তী প্ৰস্তুত হৈ আছিল।—

"এতিয়াও মই একো ঠিক কৰা নাই·· "

জয়ন্তীৰ শেষ হল কি নহল, জয়ন্তীৰ কথা শুনি কিৰণৰ ধৈৰ্য্যৰ বান্ধ যেন ছিড়ি গল।—

"একো ঠিক কৰা নাই মানে ? তোমাৰ তেন্তে ফিল্ম একট্ৰেছ হবলৈ আপত্তি নাই ?·"

কিৰণৰ দুযোটা চকু উজ্জ্বল হৈ উঠিল। জয়ন্তীয়ে প্ৰত্যুত্তৰ নিদিলে, জয়ন্তী মনে মনে বল।··

"তুমি থিয়েটাৰ কৰা খবৰ মোৰ কাণত নাই পৰা বুলি ভাবিছা নেকি ? যদি থিয়েটাৰ অভিনয় কৰি একট্ৰেছ হোৱাই ইচ্ছা, এইঘৰৰ বোৱাৰীৰ ভাও ধৰি থকাৰ কোনো আৱশ্যক নাই। ঘৰ-

ছুৱাৰ একেবাৰেই এৰি দি থিয়েটাৰ আওনাতে সেহ-মম এৰি দিব লাগে। তুমি সেইতাৰ নাক কটালা ....।"

কিৰণ উত্তেজিত হৈ উঠিছিল। জয়ন্তীৰ পক্ষেও কিৰণৰ অহেতুক এই হিতোপদেশ সহ কৰি থকা টান হৈ পৰিল। কিন্তু জয়ন্তী বিচলিত নহল।—

"বাইদেউ, একেবোৰ কামকেই যেতিয়া আপোনালোকে কৰে তেতিয়া সেইবোৰ ভাল হয় আৰু যেতিয়া মই কৰো আটাইবোৰ বেয়া হয়। — কাৰণ, আপোনালোকৰ ঘৰৰ বোৱাৰী হলেও আচলতে মই পৰৰ ঘৰৰ জীয়াৰী। সেই কাৰণেই মই বিহকে নকৰো সকলোবোৰ আপোনালোকৰ চকুত বেয়া। কিন্তু আপোনালোকৰ ঘৰৰ জীয়াৰীসকলে পিতৃ-বংশৰ মৰ্য্যাদা ৰক্ষা কৰি কিয় চলা-ফুৰা নকৰে তাৰ কাৰণটোহে মই আজিও বুজি নাপালো। অকল মোকে দোষ দিদিবছোন।.."

জয়ন্তীৰ কণ্ঠস্বৰত অন্তৰৰ দৃঢ়তা ফুটি উঠিল।— কথা কেইটাৰ মাজত আক্ৰমণ-সূচক ইংগিত এটা থকা যেন লক্ষ্য কৰি কিৰণৰ খং উঠিল।—

"দেখা, তোমাৰ লগত চুপতি কৰিবলৈ মই অহা নাই। তোমাক সাবধান কৰি দিছো।' মোৰ লগত চুপতি নকৰিবা। এই ঘৰৰ কোনো জীয়াৰীয়ে কিন্তু টাৰ মোতাৰ লোকত তোমাৰ দৰে আত-কুল এৰি পৰৰ মতাৰ লগত লেন-দেন কৰি ফুৰা নাই। মোৰ খং তুলি নলবা। তুমি পৰৰ ঘৰৰ জীয়াৰী। মোৰ বংশ-মৰ্য্যাদাৰ কথা তুমি কি বুজিবা। কালিলৈ উপেন আহক, এই বোৱৰ কিবা এটা ব্যৱস্থা কৰিবে এইবাৰ মই যাম।......"

জয়ন্তীৰ চকুৰ আগৰ পৰা এচটা ডাঠ ক'লা আৱৰণ যেন

থাঁতৰি গল। কিৰণৰ উপস্থিতিৰ আচল কাৰণটো চকুৰ আগত পৰিষ্কাৰ হৈ দেখা দিলেহি। অযথা চুপতি কৰা যে নিৰৰ্থক জয়ন্তীয়েও বুজিলে। কিন্তু জয়ন্তী উত্তেজিত হৈ উঠিছিল।—

"কি, মোক বেছি দিবলৈকে এইবাৰ আহিল নেকি ? ..."

"আৱশ্যক হলে অকল খেদাই নে, তাতোকৈ বেছি কিবা হব লগা থাকিলে সেইটোও হব।..."

"আইটী, ইমান ডাগৰে-ডিগৰে আহি যি ধন সুখ পালাহি দেখিলো। বিছায়ে চুপতি কৰি বুবটো গৰম কৰি নলবা। মনে মনে থাকা। কি কৰা নকৰা পিছে পৰে লাহে ধীৰে কৰিবা।..."

জয়ন্তী আৰু কিৰণ দুয়োকে উত্তেজিত হৈ উঠা দেখি নবীনৰ মাকে বাধা দিলেহি।

"আইদেউ, আপুনিও কম নহয় দিয়ক। আপোনাৰ ঘৰত আইটী আলহী। আলহীৰ লগতনো চুপতি কৰে নে ? ইয়াৰ পৰা থাঁতৰি যাওঁকচোন।..."

নবীনৰ মাকৰ বাধা জয়ন্তীয়ে আওহেলা নকৰিলে।— মনে মনে জয়ন্তীয়ে অকল দুখেই পোৱা নাছিল, জয়ন্তী লজ্জিতও হৈছিল। কোনো প্ৰতিবাদ নকৰি লাহে লাহে জয়ন্তী থাঁতৰি গল।—

সেই দিনা ৰাতি এই ঘটনাৰ পিছত, জয়ন্তী আৰু কিৰণৰ দেখাদেখি নহল। ৰাতি ভাত খাবৰ সময়ত কিৰণে জয়ন্তীৰ খবৰ নললে, জয়ন্তীয়েও কিৰণক বিচাৰি নাহিল। আগৰ দৰেই অকলোৰে শোৱত, সেইদিনাও অকলেই ভাত খাই উঠি জয়ন্তী নিজৰ শোৱনি কোঠালীটোলৈ উভতি আহিল।......

...... ... ... ... ..........

জয়ন্তীৰ চকুলৈ টোপনি নাহিল। গোটেই মন দুশ্চিন্তাৰে ভৰি পৰিল। অপমানৰ প্ৰান্তত হিয়া জৰ্জ্জৰিত হৈ পৰিছিল। বিছনাখনত এবাৰ ইফালে, এবাৰ সিফালে কৰি সকলো কথা পাহৰি থাকিবলৈ চেষ্টা কৰিলে কিন্তু নোৱাৰিলে।..... অতীতৰ নানা কথা আকৌ মনৰ মাজত সজাগ হৈ উঠিল। ...ভৱিষ্যতৰ নানা বিভীষিকা ভৰা ছবি মনৰ মাজত সৃষ্টি হৈ জয়ন্তীৰ গোটেই হিয়া কঁপি উঠিল। · আজি আকৌ অনুভৱ কৰিলে সঁচাকৈয়ে জয়ন্তী নিঃসহায়, পৃথিবীত জয়ন্তীৰ কোনো বন্ধু নাই। ...কিৰণৰ আগত মিছা কথা জয়ন্তীয়ে হয়তো কব পাৰিবলৈহেতেন। কাৰণ, সঁচাকৈয়ে অবনৰ পৰা: ছৰিত নামিবৰ ইচ্ছা জয়ন্তীৰ নাছিল।...সমাজত চাৰিওফালে বা-মাৰলীৰ ঘূৰ্ণিপাক। নিৰবে নিৰিঘ্নে উত্থান-পতন, চাৰিওফালে পৰিবৰ্ত্তনৰ সূচনা। প্ৰকৃতি চঞ্চলা, বা-মাৰলীৰ প্ৰচণ্ড আঘাতত মন, প্ৰাণ, চিত্ত, অস্থিৰ, অধীৰ। ......থিৰেৰে থকা জয়ন্তীৰ পক্ষে যেন অসম্ভৱ হৈ উঠিছিল। জয়ন্তী আচলতে অনিশ্চিত, জয়ন্তীৰ মন অশান্ত, চিন্তাধাৰাত আত্ম-প্ৰতিষ্ঠাৰ দুৰ্দ্দমনীয় প্ৰেৰণা।......

জয়ন্তীৰ সত্য নিষ্ঠাৰ প্ৰতি কিৰণে অলপো শ্ৰদ্ধা নেদেখুৱালে। জয়ন্তীৰ দুখ লাগিল, অপৰিসীম বেদনাত গোটেই মন-প্ৰাণ কান্দি উঠিল।·· গোটেই হৃদয় জুৰি প্ৰতিশোধৰ এটা ভাব। ...বংশ-মৰ্য্যাদা, আভিজাত্য, ধনৰ-অহঙ্কাৰ··· আৰু যেন জয়ন্তীয়ে ভাবিব নোৱাৰিলে। কিৰণৰ ব্যৱহাৰৰ কথা মনত পৰিল। উস্, কি নিষ্ঠুৰ। শিক্ষিত মানুহ ইমান নিৰ্দ্দয় কেনেকৈ হব পাৰে? জয়ন্তী যেন আৰু ভাবিব নোৱাৰা হৈ পৰিল। ·· দুয়োটা চকু দুৰাই পানী পৰিবলৈ ধৰিলে। শোকে দুখে মাৰি ধৰি জয়ন্তীক বিহ্বল কৰি পেলালে।— গাৰুটোত মুখ ধৰ গুজি জয়ন্তী বিছনাতে পৰি ৰল।

● ● ● ● ● ●

পিছদিনা উপেন ঘৰলৈ আহিল। আগবাতি কিৰণে খং কৰি প্ৰকাশ নকৰা হলে উপেন যে ঘৰলৈ আহিব সেই কথা জানিবৰ জয়ন্তীৰ কোনো উপায়েই নাছিল।— জয়ন্তী যেন ঘৰ খবৰ একেবাৰেই নহয়।—

উপেনক দেখাৰ পিছৰে পৰা প্ৰতি মুহূৰ্ত্তেই এটা অপ্ৰীতিকৰ অৱস্থাৰ সন্মুখীন হবৰ কাৰণে মনে মনে জয়ন্তী প্ৰস্তুত হৈ বল।

জয়ন্তী উদাসীন পৃথিবীত জয়ন্তীৰ যেন কোনো নাই। উপেন বা কিৰণৰ উপস্থিতিত ব্যগ্ৰ হোৱাৰ কোনো আৱশ্যকতাও জয়ন্তীয়ে নেদেখিলে।...

বাটনিৰ লগত জয়ন্তী পাকঘৰত আছিল। হঠাৎ এবাৰ কিৰণৰ মাতটো কাণত পৰিলহি—

"তোৰ ঘৰ গল। কালি ঘৰ সোমাইয়ে দেখিলোঁহি ড্ৰইং ৰুমত ক'ৰবাৰ এটা ডেকা মানুহ। বহাতেই নে কতাতেই ঠিক নাই। বোৱাৰীৰ লগত সমানে বহি আড্ডা দি আছে। দেখিয়েই মই নাকটো কটা যেন পালো।... ..."

নিতান্ত অপমানজনক অভদ্ৰ ইঙ্গিত। জয়ন্তীৰ হাতৰ কাম বন্ধ হৈ গল।

"তোৰ বৈণীয়েৰে যে পৰৰ মতাৰ লগত নাচ-বাগ কৰি ঘুৰি ফুৰে তাই আনো কব পাৰ? তাই যে ছবিত নামি কিমান ধৌৰ হৈ বংশ উজ্জ্বল কৰিবলৈ গৈছে, মন মতাটো হৈ তই আনো কিবা খবৰ ৰখাইছ ?..."

জয়ন্তীৰ ধৈৰ্য্যৰ বান্ধ ছিঙিবৰ উপক্ৰম হল। একেও পা কৰি-বলৈ ধৰিলে।— উপেনে কি প্ৰত্যুত্তৰ দিয়ে জানিবৰ কাৰণে উদ্গ্ৰীৱ হৈ বল। কিন্তু উপেনৰ কোনো প্ৰত্যুত্তৰ কাণত নপৰিলহি।

"তই যেখোন মনে মনে বলি ? মোৰ কথাবোৰত বিশ্বাস হোৱা নাই হবলা। তোৰ দুৰ্ব্বলতাৰ কাৰণেই আই ইমান বাঢ়িছে। কালি এইবোৰ কথা কওঁতে তাইহে মোক উক্তি পালি পাৰিলে।..."

"মই নো কি কৰিম ? মোৰ কপালেই বেয়া। সংসাৰ কথা সুখ মোৰ নহল।..."

"এইবোৰ কথা কলেই পাপ নহয়।..."

কিৰণৰ কণ্ঠ-স্বৰত অন্তৰৰ হুতাশ ভাব ফুটি উঠিল।

"বংশ-মৰ্য্যাদা ধন দৰাৰ খুজিছু, নহৰ হাকিমাতৰ পাত্ৰ যদি হব নোখোজ, তাইক মোতালৈ লৈ গৈ এই ঘৰখন আজ্ঞাত দে...।"

উপেন মনে মনে বল। কিন্তু কিৰণ অধৈৰ্য্য হৈ উঠিল।

"মনে মনে বলি কিয় ? চকু দুটা মুদি থাকিলেই হবনে ? তাই যব খুজিলে বুলিয়েই ঘৰৰ বোৱাবোৱাৰীক কিল-চাৰ ঘৰলৈ এৰি দিব পাৰিবনে ?"

"তই নো কি কথাবোৰ কৈছ ? এইখন ঘৰনো আকৌ দিব পাৰি নে ? ইয়ানবোৰ বস্তু-বাহানি নি ক'ত থবি গৈ ?"

উপেনৰ শেষ নহল ...

"তেওঁ তোমাৰ কালৈ হৈছে ইয়াত থকাৰ আৰু কোনো আৱশ্যক নকৰে, ঘোৰালৈ উভতি বোৱা গৈ। ... কটা সাথিবও নাজানে, খাবও নাপানে।"

কথা কেইটাৰ মাজেদি কিৰণৰ অন্তৰৰ বিৰক্তি ভাব প্ৰকাশ হৈ পৰিল

"তই বং নকৰিবি, বাইদেউ। মই কোনো উপায়েই দেখা নাই। · ঘোৰ দিলেহে হব।— ঘোৰ দিয়া কথাটো ইমান সহজ

নহয় দেঁছোন ? খেদি দিলে ভালো নাক বৰ …"

"অঁ, এতিয়াহে তোমাৰ নাকটো দাখল হৈ আছে।…"

জয়ন্তীৰ পক্ষে থিৰেৰে থকা অসম্ভৱ হৈ পৰিল। জয়ন্তী বাহিৰলৈ ওলাই আহিল।

"বাইদেউ, আপুনি দেখিছো পাকে-প্ৰকাৰে মোক খেদিবৰ কাৰণেই এইবাৰ ইয়ালৈ আহিছে। কিন্তু চাওক, এইখন ঘৰত আপোনাৰ কোনো অধিকাৰেই নাই। আপুনি লোকৰ ঘৰলৈ ওলাই যোৱা এজনী জীয়াৰী। মই হলো এইখন ঘৰৰে বোৱাৰী। মোৰ লৰা এটাও আছে। এই কথা পৰামৰ্শবোৰ দিবলৈ আপুনি লাজ পাব লাগিছিল।…"

নিজকে জয়ন্তীয়ে সংযত কৰি ৰাখিব নোৱাৰিলে। জয়ন্তীৰ কথা শুনি উপেনৰ লাজ লাগিল।—

"ইমান বৰ কথা নকবাহে, মনে মনে থাকা।"

জয়ন্তীক উপেনে শাসন কৰিলে।

কিৰণ নিজে উপেনৰ ওচৰত থিয় দি আছিল। জয়ন্তীৰ পক্ষৰ পৰা এনে তীব্ৰ প্ৰত্যুত্তৰ আহিব পাৰে বুলি কিৰণে ধাৰণাই কৰিব পৰা নাছিল। কিন্তু জয়ন্তীৰ কথা শুনি মুহূৰ্ততে কিৰণৰ সকলো হিতাহিত জ্ঞান লোপ হৈ গল।—

"হাবামজাদী, নিলাজী, চোৰকোনাৰ জীয়াৰী, মোৰ নাকত ধৰিবলৈ তোৰ লাজ নালাগিল।… কুকুৰণী, তোক নেখেদি কাক খেদিম ? চৰিয়াই তোৰ দাঁত ভাঙি দিম।"

খঙৰ বেগত জয়ন্তীৰ উদ্দেশ্যে সোঁ হাতখন দাঙি কিৰণ আগবাঢ়ি আহিল।…

"বাইদেউ, থাক দে হৈছে। সেই জনী মানুহৰ লগত চুপতি

কৰি লাভ নাই…।"

উপেনে বাধা দিলে। কিন্তু কিৰণৰ খং নমৰিল।—

"চুপ থাক, কুকুৰ। দেউতাই তোৰ দৰে কুলাঙ্গাৰ এটা কিয় থৈ গল কব নোৱাৰো।"

কথা কেইটা শেষ কৰিয়েই আঁচলেৰে মুখখন ঢাকি হুক হুক কৰি কিৰণে কান্দিবলৈ ধৰিলে।—

উপেন বিমোৰত পৰিল। কোনো প্ৰতিকাৰ বিচাৰি নাপাই উপেন থিয় হ'ল। অৱস্থা গুৰুতৰ দেখি জয়ন্তী আঁতৰি আহিল।

কিৰণ নিজেও ওচৰৰ খোটালী এটালৈ সোমাই গল।… প্ৰচণ্ড ধুমুহাৰ অন্তত হঠাতেই পৃথিৱী শান্ত হৈ পৰিল।…উপেন বহা-তেই ৰল। আন ঠাইলৈ উঠি যোৱাৰ কথা উপেনে নাভাবিলে।…



মানসিক অশান্তিৰ মাজেদি গোটেই দিনটো পাৰ হৈ গল। …আগদিনা কথা পতাৰ সুবিধা নোহোৱাত, জয়ন্তীয়ে পিছ দিনা এবাৰ আহি যাবৰ কাৰণে হেম শইকীয়াক অনুৰোধ কৰিছিল। …কিন্তু গোটেই ঘৰখনৰ মানসিক অৱস্থালৈ লক্ষ্য কৰি হেম শইকীয়া মানুহটোকেই জয়ন্তীয়ে একান্ত ভাবে কামনা কৰিবলৈ ধৰিলে। কাৰণ, হেম শইকীয়াৰ উপস্থিতিৰ লগে লগেই নতুন অন্য ধৰণৰ কোনো এক পৰিস্থিতি সৃষ্টি হব বুলি জয়ন্তীয়ে আশংকা কৰিছিল আৰু সেই পৰিস্থিতিৰ বিষময় ফল স্বৰূপে হেম শইকীয়াৰ অপমান সুনিশ্চিত বুলিও জয়ন্তীৰ বিশ্বাস হৈছিল।

…হেম শইকীয়াৰ কথা চিন্তা কৰি জয়ন্তীয়ে কষ্ট পাবলৈ ধৰিলে।…

আবেলি পাৰ হৈ গৈ সন্ধ্যা লাগি ভতাৰ পিছতো যেতিয়া হেম শইকীয়াক মহা দেখিলে, বুকুৰ ওপৰৰ পৰা এটা গধুৰ বোজা আঁতৰি যোৱা যেন জয়ন্তীয়ে অনুভৱ কৰিলে।— নিজৰ অতিথিৰ অপমান নিজ চকুৰে চাই সহ্য কৰি থাকিবৰ কাৰণে যি মানসিক অৱস্থাৰ প্ৰয়োজন সেই অৱস্থা জয়ন্তীৰ নাছিল।

হেম শইকীয়াক লগ পাবৰ কাৰণে জয়ন্তী নিজেও ব্যাকুল হৈ পৰিছিল। কিন্তু লগ ধৰিবৰ সুবিধা সেই দিনা নহল — পিছ দিনা নিজে হেম শইকীয়াৰ ঘৰলৈ গৈ নিজৰ খাটাং মতটো শইকীয়াক জনাই অহাটোকে শেষত জয়ন্তীয়ে স্থিৰ কৰিলে।… ..

আজি ইমান দিনে যিটো প্ৰশ্নৰ কোনো মীমাংসা জয়ন্তীয়ে অকলে কৰি উঠিব পৰা নাছিল, সেই একেটা প্ৰশ্নৰেই সঠিক উত্তৰ কিৰণৰ উপস্থিতিৰ লগে লগেই জয়ন্তীৰ পক্ষে যেন সহজ হৈ পৰিল। …আভিজাত্য, বংশ-মৰ্যাদা, ধনৰ অহঙ্কাৰ এই সকলোবোৰ জয়ন্তীৰ দৃষ্টিত আজি ভেলেই ভুৱা যেন লাগিল। …গোটেই অন্তৰজুৰি বিদ্ৰোহ, প্ৰতিশোধৰ এটা ভাব। চিন্তাধাৰাত একুৰা জুই দপ্ দপ্ কৰি জ্বলি উঠি জয়ন্তাৰ হিতাহিত জ্ঞান যেন পুৰি ভস্ম কৰি দিলেহি।… ..

জয়ন্তীয়ে স্থিৰ কৰিলে কোনো বাধা, কাৰো নিষেধ জয়ন্তীয়ে নামানে। কলিকতালৈ যাব, হেম শইকীয়াৰ ছবিত অংশ গ্ৰহণ কৰিব।…পৃথিৱীৰ কোনো বাধা বন্ধনে বান্ধি জয়ন্তী আৰু নাই। জয়ন্তীৰ গতিপথ মুক্ত, জয়ন্তী স্বাধীন।

…সেইদিনা ৰাতি যেতিয়া বিছনাত পৰিলহি জয়ন্তীয়ে অনুভৱ কৰিলে মন উদ্বেগৰহিত, চিত্ত স্থিৰ, ভবিষ্যত উজ্জ্বল।

সন্মুখত মেঘমুক্ত এখন নীলা অনন্ত আকাশ।…



পিছদিনা ৰাতিপুৱা হেম শইকীয়াক লগ পোৱাৰ কাৰণে জয়ন্তী ঘৰৰ পৰা বাহিৰ হৈ গ'ল। ক'লৈ যাব ঘৰত কাকো নজনালে। তাৰ কোনো প্ৰয়োজন জয়ন্তীয়ে অনুভৱ নকৰিলে।—

ইয়াৰ আগেয়ে কোনোদিনেই হেম শইকীয়াৰ ঘৰলৈ জয়ন্তী যোৱা নাছিল। আজিও ভবি দিয়েই এটা দ্বিধা ভাব জয়ন্তীয়ে অনুভৱ কৰিলে। ভবি দুখন আগবাঢ়ি যেন যাব নোখোজিলে। ক্ষন্তেকলৈ অনিশ্চিত হৈ আলিৰ ওপৰত জয়ন্তী থিয় দি ব'ল। হঠাৎ এবাৰ মণিকাৰ কথা মনত পৰিল। লগে লগেই মণিকাহঁতৰ ঘৰৰ উদ্দেশ্যে জয়ন্তী আগবাঢ়ি গ'ল।…

“বাইদেউ, ৰাতিপুৱাই ওলালহি দেখোন…।”

জয়ন্তীক দেখি মণিকা আচৰিত হ'ল। কাৰণ, স্কুললৈ অহাৰ বাহিৰে আন সময়ত কোনো দিনেই মণিকাই জয়ন্তীক লগ পোৱা নাছিল।—

“তোমাৰ লগত কথা আছে।”

মণিকাই জয়ন্তীক ড্ৰইংৰুমলৈ আগবঢ়াই নিলেহি।

“কিয় আহিল, বাইদেউ?”

“মোৰ লগত এঠাইলৈ যাব পাৰিবানে? অকলে যাবলৈ মোৰ ভাল লগা নাই…।”

“ক'লৈ যাব?”

"হেম শইকীয়াৰ ভাইৰ।"

"কিয়, কিবা বিশেষ কথা আছে নে কি?"

"আছে। তেওঁ কালি মোৰাৰ কথা আছিল। নগল। সেই কাৰণেই মই আহিব লগা হল ।"

মণিকাই কিবা এটা ভাবিলে।

"এতিয়াই যাব নেকি?"

"যাম বুলিয়েই আহিছো। তোমাৰ আপত্তি থাকিলে যাব নালাগে।…"

"আপত্তি মোৰ নাই। আন কিবা কথা এটাহে ভাবিছো।"

"তেন্তে বলা।"

"চাহ খাওক।"

"নালাগে, খাওক, খাই আহিছো।"

আচলতে জয়ন্তীয়ে চাহ খাই অহা নাছিল।—

"খাই আহিল বুলিয়েই নাখাব নে? অকণমান হলেও আপুনি খাবেই লাগিব।"

মণিকা বহাৰ পৰা উঠি ভিতৰলৈ গ'ল। জয়ন্তী অকলেই বহি ৰ'ল।…

কিছু পৰৰ পিছত আকৌ মণিকা ড্ৰইংৰুমত উপস্থিত হলহি।—

"চাওঁ, বাইদেউ, অকণমান ভিতৰলৈ আহকচোন।"

"তুমিও মিছাতে বৰ বঢ়াই ন'লা… ।"

অগত্যা মণিকাৰ পিছে পিছে জয়ন্তীও ভিতৰলৈ সোমাই গ'ল।…

চাহ খোৱা শেষ কৰি জয়ন্তী আৰু মণিকা দুয়ো বহক আগত

ৰৈ থকা মটৰ গাড়ীখনত উঠিলহি।—

“ছইকীয়া চাহাব কা ঘৰ মে চল...।”

গাড়ীখনৰ ভিতৰত বহিয়েই মণিকাই হিন্দুস্থানী ড্ৰাইভাৰটোক নিৰ্দ্দেশ দিলে।— লগে লগেই বিদ্যুৎবেগে গাড়ী লৰিবলৈ ধৰিলে।...

হেম শইকীয়াৰ ঘৰটো ড্ৰাইভাৰৰ পৰিচিত। হঠাৎ এবাৰ গাড়ীখন সৰু ধুনীয়া ঘৰ এটাৰ আগত ৰ'লহি। ঘৰটো যে হেম শইকীয়াৰ সহজেই জয়ন্তীয়ে অনুমান কৰিলে—।

ড্ৰাইভাৰটোৱে দুৱাৰখন মেলি দিলেহি।—

“বাইদেউ, নামক।”

মণিকা নিজে নামি গল। কিন্তু মণিকাৰ লগে লগেই জয়ন্তী নমি যাব নোৱাৰিলে। কিবা এটা লাজৰ ভাবে যেন জয়ন্তীক আগুৰি ধৰিলেহি। কিন্তু এই ভাব ক্ষন্তেকলৈহে। শেষত জয়ন্তী নিজেও গাড়ীখনৰ ভিতৰৰ পৰা বাহিৰ হৈ আহিল।...

মণিকা আগবাঢ়ি গল। সমানে সমানে জয়ন্তী যাব নোৱাৰিলে। জয়ন্তী পিছ পৰি ৰল। হঠাৎ যেন জয়ন্তীয়ে অনুভৱ কৰিলে— জয়ন্তীৰ শৰীৰটোৰ প্ৰত্যেকটো অঙ্গই যেন অচল হৈ পৰিল। ভৰি দুখন আৰু যেন আগ বাঢ়ি যাব নোখোজে...।

“বাইদেউ, আহক।”

ভিতৰৰ কোঠালী এটাৰ পৰা মণিকাই জয়ন্তীক মাত দিলে।...

“মণিকা, তুমি যেখোন হঠাৎ ওলালাহি? আৰু কোনোবা আহিছে নে কি?”

হেম শইকীয়াৰ কণ্ঠস্বৰ জয়ন্তীৰ কাণত পৰিলহি। লগে লগেই জয়ন্তীৰ বুকুখন থপথপাই উঠিল। কিন্তু উভতি যাবৰ

উপায় আৰু নাছিল।.. শেষত জয়ন্তী নিজেও খোটালীটোত উপস্থিত হলহি।—

চকুত পৰিল— চকী এখনত বহি হেম শইকীয়াই চাহ খাই আছে।... জয়ন্তীক দেখিয়েই চাহৰ কাপটো ওচৰৰ মেজ খনত নথাই থৈ, বহাৰ পৰা হেম শইকীয়া থিয় হল।

"উস, আজি মোৰ কি সৌভাগ্য। আপুনিও যে মোৰ ঘৰত ভৰি দিবহি, মই ভাবিবই পৰা নাছিলো।"

জয়ন্তী নিৰুত্তৰ হৈ ৰল। প্ৰত্যুত্তৰ দিবলৈ যেন কথা বিচাৰি নাপালে।...

"আহক, বহকহি ।"

ওচৰৰ আন এটা কোঠালীলৈ হেম শইকীয়া আগ বাঢ়ি গল।

"আপুনি চাহ খাওক গৈ, আমি বহিম।..."

মণিকাই হেম শইকীয়াক অনুৰোধ কৰিলে।—

"বাইদেউ, আহক ।"

মণিকা নিজে খোটালীটোৰ ভিতৰলৈ সোমাই গৈ চকী এখনত বহিলহি।... মণিকাৰ পিছে পিছে জয়ন্তীও খোটালীটোলৈ সোমাই আহিল।—

"মই অকলে অকলেই চাহ খাম নে? সকলো যোগাৰ আছে, আপোনাসকলেও অলপ অলপ খাওক।"

"নালাগে, নালাগে, আমি এইমাত্ৰ খাই আহিছো। চাহ নকৰাব...।"

মণিকাই বাধা দিলে।

"তেন্তে, পিছতেই খাব। মই যোগাৰ কৰি ৰখাও...।"

হেম শইকীয়া খোটালীটোৰ পৰা বাহিৰ হৈ আহিল। মণিকা

আৰু জয়ন্তী শইকীয়াৰ ড্ৰইং ৰুমত বহি ৰল।........

"মোৰ পলম হল, ক্ষমা কৰিব দেই.. ......

কিছু সময়ৰ পিছত হেম শইকীয়া ড্ৰইং ৰুমলৈ উভতি আহিল।

"আজি শুই উঠোতে দেৰি হল। কালি ৰব লোমাওতেই বহুত ৰাতি · ......।"

মণিকাৰ ওচৰৰ চকী এখনত হেম শইকীয়া নিজে বহিলহি।

হেম শইকীয়াৰ প্ৰত্যেকটো কথা জয়ন্তীয়ে আগ্ৰহেৰেই শুনি ৰল। .... ..শইকীয়াৰ মুখখনলৈ, দেহটোলৈ চকু গল। ... . ...সুশ্ৰী পুৰুষ, চাই থাকিবৰ মন যায়। কিন্তু বেছি পৰ জয়ন্তীয়ে চাই নৰল।

"কোৱাছোন কিনো অপৰাধ কৰিলো, ইমান ৰাতিপুৱাই যে ওলালাহি··· ...।"

"অপৰাধ কি কৰিছে নাই কৰা ৰাইদেৱেহে জানে, মই নাজানো। ৰাইদেউক সোধক · ...।

মণিকাই উত্তৰ দিলে। জয়ন্তী নিৰুত্তৰ হৈ ৰল।

—মণিকাৰ কথা কেইটা শুনা মাত্ৰকে আৰ্গালিনা জয়ন্তীৰ লগ পাবলৈ যাব লোৱাৰ কথাটো শইকীয়াৰ মনত পৰিল।—

"মোক ক্ষমা কৰিব। আপোনাৰ ভাইলৈ যাবলৈ কালি কোনোমতেই সময় কৰিব নোৱাৰিলো। আজি গধূলি যাব পাৰিব

হেম শইকীয়াই হাঁহিবলৈ ধৰিলে। মণিকা আৰু জয়ন্তীয়েও সেই হাঁহিত যোগ দিলে।—

"আজি কিন্তু পাৰিম। কলম ভাঁলেই হল মতো কালি বহুত ৰুকা লেঠাত ব্যস্ত আছিলো। মোৰো সময় নাই। ৰাইদেউৰক আটাইবলে আহিছে.. .....।'

হঠাৎ জয়ন্তী ৰৈ গল। মুখৰ পৰা আৰু যেন কথা বাহিৰ হৈ আহিব নোখোজিলে।.........

'ভেন্তে, ঈশ্বৰে যি কৰে দেখিছো ভালেই কৰে। আজি হলে যাম বুলি মই ভাবি আছিলো। কাৰণ আপোনাৰ খাটাং জবাবটো পালে'আমিও নিশ্চিন্ত হও। আজি অনুগ্ৰহ কৰি আহিল, বৰ ভাল হল।.. ..... কি ঠিক কৰিলে, কওকচোন, মযো বৰ ব্যগ্ৰ হৈ আছো। ......"

ক্ষন্তেকলৈ জয়ন্তী বিব্ৰত হৈ পৰিল। হেম শইকীয়াৰ কথা কেইটা কাণত পৰাৰ লগে লগেই যেন জয়ন্তী আৰো অনিশ্চিত হৈ পৰিল। কিন্তু এই অনিশ্চিত ভাব বেছি পৰলৈ নৰল।—

"মই যাম বুলিয়েই ঠিক কৰিছো। তাকে কবলৈকে মই আহিলো। আপোনালোকৰ যে সময়ৰ অভাব নহয়ো বুজিছো। সেই কাৰণেই খাটাং উত্তৰটো দিবলৈ নিজেই আহিলো।..."

অন্তৰৰ সকলো দুৰ্বলতা জয়ন্তীয়ে দলিয়াই পেলালে।

"আপুনি আমাক ৰক্ষা কৰিলে। আজিহে বুকুৰ ওপৰৰ পৰা বোজা খহি পৰিল। উস্, কি ৰিলিফ! থেঙ্ক ইউ, থেঙ্কইউ ভেৰি মাচ...। জয়চান্দ বাবু আৰু দুৰ্গা বাবুৰ খেচখেচনিত মই থাকিব নোৱৰা হৈছো।.."

"বাইসেক্ট মাৰাৰ বুলিনো আপোনালোকে কিয় ভয় কৰিছিল? আমিয়েই বাইসেক্টক জোৰ কৰিলোহেতেন।"

মণিকাই হেম শইকীয়াক দোষাৰোপ কৰিলে।—

জয়ন্তী মনে মনে ৰল। এই সম্বন্ধে আৰু কোনো আলোচনা যেন জয়ন্তীৰ ভাল নলগা হল। ঘৰলৈ উভতি যোৱাৰ কথা জয়ন্তীয়ে চিন্তা কৰিছিল।—

"লৰাটোৰ কি দিহা কৰিলে ..?"

হঠাৎ হেম শইকীয়াই জয়ন্তীক প্ৰশ্ন কৰিলে —

লৰাটোৰ কথা আচলতে জয়ন্তীয়ে ধকৈ ভবা নাছিল। হেম শইকীয়াৰ প্ৰশ্নটো কাণত পৰা মাত্ৰকে জয়ন্তী চিন্তান্বিত হৈ পৰিল।— লৰাটোৰ মুখখন মনত পৰি প্ৰাণটো যেন কান্দি উঠিল। কিন্তু নিজৰ এই দুখ জয়ন্তীয়ে ঢাকি ৰখালে।—

"সিও লগতেই যাব। চাকৰণী ছোৱালীজনীকো লৈ যাম। আপোনালোকৰ মাত্ৰ অসুবিধা নহলেই হয়। ..”

"আমাৰ কি অসুবিধা হব। ...আপোনাৰ অসুবিধা নহলেই হয় ..।"

চাকৰ এটা সোমাই আহিল। ..

"দেউতা চাহ দিছো।"

চাহৰ যোগাৰ কাৰ কাৰণে মণিকা আৰু জয়ন্তীয়ে বুজিলে।—

"মিছাতে চাহ কৰালে ·।"

"কিয়, ইমান পৰ গল্প মাৰিও ভাগৰ লগা নাই নে? আৰু তৰ্ক কৰিব নালাগে, উঠক···।"

তিনিও আন এটা কোঠালীলৈ সোমাই গল।···

···ড্ৰইং ৰুমলৈ আৰু উভতি নাহি তেওঁলোক তাতেই বহি ৰল।···

চাহ খোৱা শেষ কৰি জয়ন্তী আৰু মণিকা আহিত হৈ থকা মটৰ গাড়ীখনলৈ আগবাঢ়ি আহিল। তেওঁলোকৰ লগে লগে আহিল হেম শইকীয়া।

"বহুত পলম হল, বাইদেউ, সেইবাবে কিতাপ আজি থাকেই কৰিব।"

"কেইটা বাকিল ?”

শইকীয়াই প্ৰশ্ন কৰিলে।—

হাতৰ ঠাৰিত ৰাছি থোৱা অকণমান খড়ীচো হেম শইকীয়া'ৰ মুখৰ ফাললৈ মণিকাই দাঙি ধৰিলে।

"ৰাৰটা দহ ..।"

"ৰাৰটা দহ... !"

জয়ন্তী যেন উচপ্ খাই উঠিল।— ল'ৰাটো'ল মনত পৰিল। তাক অকলেই এৰি থৈ আহিছে। ঘৰলৈ উভতি যাবলৈ জয়ন্তী ব্যগ্ৰ হল।—

"মণিকা, যাওঁ বলা। ভাল আছিলো।"

হেম শইকীয়াৰ পৰা জয়ন্তীয়ে বিদায় ললে।

"আপোনাৰ ওচৰত ব্যক্তিগত ভাবে মই কৃতজ্ঞ। আপুনি ন'ৰাৰ* বুলিয়েই ভাবিছিলো। কিন্তু আপোনাৰ মহানুভৱতাৰ কাৰণেই আমাৰ সন্মান ৰক্ষা পৰিল।"

লগে লগেই সুৰোধন হাত যোৰ কৰি জয়ন্তীক হেম শইকীয়াই নমস্কাৰ জনালে।

"মণিকা যাবা।..."

হেম শইকীয়াই বিদায় লোৱাৰ লগে লগেই গাড়ী আকৌ মৰিবলৈ ধৰিলে।...

"বাইদেউ, আগেয়ে আপোনাক মতাই থৈ আহোঁগৈ।"

মণিকাই আঁচত প্ৰস্তাৱ কৰিলে।

"বহুত পলম হল তোমাক দেউতাৰাই খং কৰিব। তোমা-লোকৰ ঘৰৰ পৰাই মই খোজ কাঢ়ি যাম। মোক আৰু গাড়ী নালাগে।"

"নহয়, নহয়, সেইটো মই কিয় কৰিম। মই থুৱাই দিলেই সেইখাই নকৰো বুলিম।"

চাওঁতে চাওঁতেই বকুলা সকলৰ বিৰাট টোলটোৰ আগৰ আলিটোত মটৰ গাড়ীখন ৰ'লহি।...

"মণিকা বাবা! মই আহিলো!"

এক মুহূৰ্ত্ত সময়ো যেন আৰু জয়ন্তীয়ে নষ্ট কৰিব নোৱাৰে। গাড়ীখন ৰোৱাৰ লগে লগেই বেগাবেগিকৈ জয়ন্তী গাড়ীখনৰ পৰা নামি টোলটোৰ ভিতৰলৈ সোমাই গ'ল।... ...



আগ কালৰ বাৰান্দাত ভৰি দিয়েই জয়ন্তীয়ে লক্ষ্য কৰিলে—চাৰিওফালে যেন এটা নিস্তব্ধতা। ঘৰৰ ভিতৰত যেন কোনো জন-প্ৰাণীয়েই নাই। ...... মানুহবোৰ ক'লৈ গ'ল? কিবা বিপদ আশঙ্কা কৰি জয়ন্তীৰ বুকুখন, গোটেই গাটো, হাত-ভৰিবোৰ যেন কঁপিবলৈ ধৰিলে। অতি কষ্টে ড্ৰয়িং ৰুমটো পাৰ হৈ জয়ন্তী ভিতৰ পালেগৈ।... ....লক্ষ্য কৰিলে ঘৰত কোনো নাই। ... .....চাৰিওফালে এটা অপ্ৰীতিকৰ নিৰ্জ্জনতা। জয়ন্তী অস্থিৰ হৈ উঠিল। নিজৰ শোৱনি কোঠালীটোলৈ আহিল। দুৱাৰখন যেন খাই আছে। .........লৰাটো নাই। জয়ন্তী হতাশ হৈ পৰিল। চাকৰণী ছোৱালীজনীক নেদেখি জয়ন্তী ব্যাকুল হৈ পৰিল। ...... তাই গ'ল ক'লৈ? .........লৰাটো তাই ক'লৈ নিলে? ........ বলিয়া মানুহৰ দৰে লৰাটো বিচাৰি গোটেই ঘৰটোৰ প্ৰত্যেকটো কোঠালীলৈকে জয়ন্তী গ'ল। কিন্তু কতো লৰাটো চকুত নপৰিল। চাকৰণীজনীও ঘৰত নাই। .. ...পাক-ঘৰলৈ জয়ন্তী লৰি গ'ল। ৰান্ধনিটোৱে কিবা এটা কৰি আছে।

জয়ন্তী অহাৰ কথা সি নাজানে।

"এইবোৰ কি হৈছে? মানুহবোৰ কলৈ গল?"

বাহ্নিটো যেন চক্ খাই উঠিল। জয়ন্তীৰ মুখখন চকুত পৰিল। · ···

ভীতি চকিত চঞ্চল এযোৰ চকু, বেদনা-ক্লিষ্ট এখন মুখ। তাৰ ভয় লাগিল। জয়ন্তী অধৈৰ্য্য হৈ উঠিছিল।—

"মনে মনে বলা দেখোন, কি হল লোকোৱা কিয়?"

"নাই, দেউতাহঁত আটাইখন যোৱাকৈ গল।"

"যোৱাকৈ গল? নবাটো?"

"নবাটোও লৈ গল।"

"নবাটোও লৈ গল? .........সঁচা নে মিছা?"

"মিছা কিয় হব, আইদেউ। সঁচাকৈয়ে লৈ গল।......

"বকুলী গল কলৈ?"

"বকুলীক এৰি থৈ গৈছিল। নবাকণে কন্দা দেখি তাইকো লৈ গল।"

জয়ন্তী থিয় হৈ আৰু বৰ নোৱাৰিলে। ভৰিৰ তলৰ পৃথিবী খন যেন কঁপিবলৈ ধৰিলে। —পাকঘৰৰ মজিয়াত জয়ন্তী বহি গল। গোটেই শৰীৰটো কাটি যেন ঘাম ববলৈ ধৰিলে। জয়ন্তী মৃত নে, সজীৱ, কেনেকৈ জয়ন্তীয়ে নিজেই নিৰ্ণয় কৰিব নোৱাৰিলে। ......... গোটেই হৃদয় জুৰি এটা অনুশোচনাৰ ভাব জয়ন্তীয়ে অনুভব কৰিলে। —নিজৰ ওপৰত ধিক্কাৰ জন্মিল।......

অতি কষ্টে জয়ন্তীয়ে নিজকে বিহ্নাখনলৈ টানি আনিলে। জয়ন্তীৰ সকলো আপদ-বিপদৰ একমাত্ৰ বন্ধু। ......বিহ্নাখনত জয়ন্তী পীযন দি পৰিলহি—। লগে লগেই গোটেই হৃদয় উজাৰ

কৰি কান্দনৰ বেগ উথলি উঠিল।—

এইদৰে কিমানপৰ কান্দি বল জয়ন্তীয়ে নিজেই বুজিব নোৱাৰিলে। হঠাৎ এবাৰ কান্দন বন্ধ হৈ গল। বিছনাখনৰ পৰা নামি আহি বেৰখনত আৰি থোৱা ছাপিটো হাতত লৈ জয়ন্তী ঘৰৰ পৰা ওলাই আহিল।......

জয়ন্তীৰ বাহ্যজ্ঞান যেন লোপ হৈ গৈছিল।

—এটা অন্যায়ৰ বিৰুদ্ধে প্ৰতিকাৰ বিচাৰি জয়ন্তী ব্যাকুল। জয়ন্তী অস্থিৰ। কলৈ যাব, কাৰ ওচৰলৈ যাব, এই মহা বিপদত জয়ন্তীক কোনে সহায় কৰিব চিন্তা কৰি কোনো সিদ্ধান্তলৈ আহিব নোৱাৰিলে। কমলা চক্ৰৱৰ্তীলৈ মনত পৰিল। কমলাৰ ভৰিৰ তলত পৰি সহায় ভিক্ষা কৰাৰ কথা চিন্তা কৰিলে। কিন্তু লগে লগেই বিটাৰ চক্ৰৱৰ্তীলৈ মনত পৰিল।... দেখিলে কমলা নিজে নিৰুপায়, নিঃসহায়। বিটাৰ চক্ৰৱৰ্তী হয়তো বা উদাসীন, হয়তো বা বিটাৰ চক্ৰৱৰ্তী জয়ন্তীৰ প্ৰতি আৰু সদয় নহয়। জয়ন্তী হতাশ হৈ পৰিল। জয়ন্তীৰ উপায়?......হঠাৎ হেম শইকীয়াৰ কথা মনত পৰিল। শইকীয়াক লগ পাবলৈ জয়ন্তী ব্যাকুল হৈ উঠিল। আলিয়েদি লৰি যাবৰ জয়ন্তীৰ ইচ্ছা হল।— কিন্তু লৰি যাবৰ উপায় নাছিল।— শেষত, হেম শইকীয়াৰ ঘৰৰ উদ্দেশ্যে বেগাবেগিকৈ আলিয়েদি আগবাঢ়ি গল। ধুমুহ তিৰবত একুৱা বৃষ্টি। চিন্তাধাৰাত বিভীষিকা। দেহ-মন ক্লান্ত। মুৰৰ ওপৰত সূৰ্য্যৰ প্ৰখৰ ৰশ্মি। একোৱেই জয়ন্তীক স্থিৰ কৰিব নোৱাৰিলে।— হেম শইকীয়াক লগ পাবৰ কাৰণেই পৰিলো বাহুবলৰ বলেই জয়ন্তী আগবাঢ়ি গল।

বাট যেন আৰু শেষ নহয়। জয়ন্তী অস্থিৰ হৈ পৰিল।

…হে ঈশ্বৰ, হে ঈশ্বৰ, মোৰ কপালত তুমি ইয়াকো লিখিছিলা। …

হেম শইকীয়াৰ ঘৰৰ আগত জয়ন্তী থিয় হলহি। এটা দ্বিধা, কিহবাৰ আশংকা, অলপ ভয়।…যদি ।

…জয়ন্তীয়ে আৰু নাভাবিলে, ভাবিব নোৱাৰিলে। বাতুলৰ দৰে জয়ন্তী ঘৰৰ ভিতৰলৈ সোমাই গল। চকুত পৰিল পিছ ফালৰ বাৰান্দাখনত চকী এখনত বহি হেম শইকীয়াই কিবা কিতাপ এখন পঢ়ি আছে। কোনো গম নিদিয়াকৈ হেম শইকীয়াৰ ওচৰলৈ জয়ন্তী আগবাঢ়ি গল। … ক্ষন্তেকলৈ জয়ন্তীয়ে কিবা এটা হয়তো বা ভাবিলে, হয়তো বা নাভাবিলে…। জয়ন্তী বৰ নোৱাৰিলে। হেম শইকীয়াৰ ভৰি দুখনত সাৱটি ধৰি হিয়া ভাঙি জয়ন্তীয়ে কান্দিবলৈ ধৰিলে।—…

অভাবনীয় এটা ঘটনা। জয়ন্তীৰ এই অৱস্থা দেখি হেম শইকীয়াই বিচুতি খালে। - এখন্তৰ ভিতৰতেই জয়ন্তীৰ কি পৰিবৰ্ত্তন। বাড়িপুৰা হেম শইকীয়াৰ লগত বং-ধেমালি কৰি থকা জয়ন্তী আৰু নাই। চকুত পৰিল—কিহবাৰ বেদনাত ম্লান এখন মুখ, নৈৰাশ্য ভৰা এযোৰ চকু। মূৰৰ চুলি আউলী-বাউলী। …জয়ন্তীৰ এই অৱস্থা দেখি হেম শইকীয়া চক খাই উঠিল।…

"উঠক, উঠক, আপোনাৰ কি হল? ছিঃ ছিঃ। কি কৰিছে। কান্দিছে কিয়?"

প্ৰত্যুত্তৰ হেম শইকীয়াই নাপালে। নিজৰ হাত দুটাৰে—জয়ন্তীৰ হাত দুখন ভৰিৰ পৰা এৰুৱাই আনি, বহাব পৰা হেম শইকীয়া থিয় হল।—

"আপোনাৰ কি হল, কওকচোন?"

"মোক দণ্ড নধৰিব, মই আপোনাৰ ভৰিত ধৰিছো। আপোনালোকৰ লগত মই যাবাও। মোক কাটি পেলাওক।

...নবাটো নোহোৱাকৈ মই কেনেকৈ থাকিম? মোৰ আৰু একো নাই, একো নাই। তাক আনি দিয়ক।..."

জয়ন্তীৰ কথা বন্ধ হৈ গল। হেৰ পাইকীৱাই লক্ষ্য কৰিলে—জয়ন্তী যেন সম্পূৰ্ণ প্ৰকৃতিস্থ নহয়। কিবা এটা আকস্মিক আঘাতত জয়ন্তী বিকাৰগ্ৰস্ত। কিন্তু সেই আঘাত কি হব পাৰে পাইকীৱাই বুবুজিলে।

"মোক আৰু লোভ দেখুৱাব। মই নাযাও, জিভা কাটি দিলেও নাযাও। মই মাগি খাম। ঘৰে ঘৰে মাগি ফুৰিম। আপুনি মাত্ৰ মোৰ নবাটো আনি দিয়ক—। আপুনি আনিব পাৰিব। নবাটো মোক আনি দিয়ক!— মই আপোনাৰ চৰণত ধৰিছো। মোৰ বুকুখন উদং হৈ গল।— মোৰ সেইটোৱেই ধন, সেইটোৱেই সবা, মোৰ আৰু সবা নাই। ধন-সোণ মোক নালাগে। নাম মোক নালাগে। তাক বুকুত থাকিলৈ ঘৰে ঘৰে মাগি খুজি খাম।"

কাতৰ এক দৃষ্টিৰে হেৰ পাইকীৱাৰ মুখলৈ জয়ন্তীয়ে চাই বল। জয়ন্তীৰ অৱস্থা লক্ষ্য কৰি হেৰ পাইকীৱাই বিচুৰ্ঙি খাইছিল।—

"চাওকছোন, তাৰ দেউতাক আছে, মাক আছে, বংশ মৰ্য্যাদা আছে। তাক এৰি থৈ যাবলৈ মোক কৰিব। মই নাযাও। মই এনেই সি বিঠকৰা হব, তাৰ নামত কলঙ্ক মই নালো, নালো। তাক মই মানুহ কৰিব লাগিব।"

হঠাতেই জয়ন্তীৰ কথা বন্ধ হৈ গল। চাওঁতে চাওঁতেই চকু দুটা থিৰ পৰি গৈ জয়ন্তী মাটিত লুটি খাই পৰিল।..............

আকস্মিক এটা দুৰ্য্যোগ। হেৰ পাইকীৱা বিমুঢ় হৈ পৰিল। ..

হঠাৎ কোনো ব্যৱস্থা বিচাৰি নাপাই "পানী, পানী" কৰি হেৰ শইকীয়াই চিঞৰিবলৈ ধৰিলে। কিন্তু লগে লগেই পানী নহা দেখি, কিং কৰ্ত্তব্য বিমূঢ় হৈ দুয়োটা হাতেৰে জয়ন্তীক মাটিৰ পৰা দাঙি আনিবলৈ চেষ্টা কৰিলে কিন্তু শইকীয়াৰ অকলে সমৰ্থ নহল। ........আন কোনো উপায় বিচাৰি নাপাই, বাহজ্ঞান ৰহিত জয়ন্তীক অকলে ৰাৰান্দাখনৰ ওপৰত এৰি থৈ,—শেষত শইকীয়া নিজেই পানী বিচাৰি ওচৰৰ খোচানী এটালৈ সোমাই গল।... ................ . ...

